**আবৃত্তি** (RECITATION) ঃ পুনৰাবৃত্তি, প্ৰত্যাবৃত্তি, দ্বিৰুক্তি, পুনৰুক্তি, পুনৰ্বচন, পঠন, বাচন, মুখস্থপাঠ, সস্বৰোচ্চাৰণ।

**আবেগ** (ANXIETY) ঃ উৎকণ্ঠা, ব্যগ্ৰতা, ব্যাকুলতা, বিহ্বলতা, আৱেশ, উল্লাস, উদ্বেগ, উত্তেজনা, উৎসাহ, উদ্দীপনা, আসক্তি।

**আবেলি** (AFTERNOON) ঃ অপৰাহ্ন, ভাটিবেলা, বিয়লি, বিকাল।

**আভা** (LIGHT) ঃ পোহৰ, ৰশ্মি, জেউতি, প্ৰভা, দীপ্তিমান, উজ্জ্বল, শোভা, কান্তি, তেজ, জ্যোতি।

**আভিজাত্য** (NOBILITY) ঃ বংশ-মৰ্যাদা, সম্ভ্ৰান্ততা, উচ্চবংশ, সদবংশ, ঔদাৰ্য, মাহাত্ম্য, মহানুভাব, বিভূতি, পাণ্ডিত্য, কৌলীন্য, বংশগৌৰৱ, জাত্যাভিমান।

**আম** (MANGO) ঃ আম্ৰ, আম্ৰফল, সহকাৰ, চুতক, মাকন্দ, মৃষালক, ৰসাল, কৰক।

**আমন্ত্ৰণ** (INVITATION) ঃ নিমন্ত্ৰণ, আহ্বান, সম্বোধন, সম্ভাষণ, আদৰণি।

**আয়** (INCOME) ঃ উপাৰ্জন, লাভ, উৎপন্ন, প্ৰাপ্তি, ফল, মুনাফা, আগম, উদয়, উপচয়, পাওনা, পাউনি, প্ৰাপ্য, মুনাফা, বেতন, দৰমহা, খোৰাকি, পাৰিশ্ৰমিক, বৃদ্ধি, ৰোজগাৰ, লাভাংশ, লাভ্যাংশ, ধনাগম, ধনাৰ্জন, পাৰিতোষিক।

**আয়তন** (VOLUME) ঃ পুতল, ব্যাপ্তি, বিস্তাৰ, পৰিসৰ, প্ৰসাৰ, ব্যাপকতা, পৰিধি, সীমা, পৰিমাণ, মাপ, গণ্ডি, দৈৰ্ঘ্য, প্ৰস্থ, উচ্চতা, গভীৰতা, চৌহদ, মেৰ, বেৰ, ঘেৰ।

**আয়োজন** (PREPARATION) ঃ বন্দোবস্ত, যোগাৰ, যো-জা, সংস্থান, সংগ্ৰহ, ব্যৱস্থা, প্ৰস্তুতি, সাজসজ্জা, একত্ৰীকৰণ, সংকলন, সজ্জীকৰণ, পৰিকল্পন।

**আৰম্ভ** (BEGINNING) ঃ সূচনা, আৰম্ভণ, আৰম্ভণি, আৰম্ভ, অনুবন্ধ, প্ৰস্তাৱনা, সূত্ৰপাত, উৎপত্তি, পাতনি, প্ৰাৰম্ভ, উপক্ৰম, উদ্ভৱ, উপক্ৰমণিকা, অৱতাৰণা, সমাৰম্ভ, ভূমিকা, মুখবন্ধ, উদ্‌গম, উদয়, উন্মেষ, উন্মীলন, উদ্ৰেক, উদ্‌ঘাটন, উন্মোচন, ভিত্তি, বুনিয়াদ, জন্ম, সৃষ্টি, নান্দী, নান্দীমুখ, মঙ্গলাচৰণ, পূৰ্বৰঙ্গ, পূৰ্বৰাগ, পূৰ্বাভাষ, শুভাৰম্ভ, অৱতৰণিকা, মহুৰত, পুৰশ্চৰণ, পুনৰাৰম্ভ, আদি, উৎস।

**আলস্য** (IDLENESS) ঃ এলাহ, অনিচ্ছা, অলসতা, শৈথিল্য, জড়তা, নিষ্ক্ৰিয়তা,

শিথিলতা, অনুৎসাহ, বিলম্বন, দীৰ্ঘসূত্ৰতা, অনুদ্যোগিতা, মন্থৰতা, সোৰোপালি, কাৰ্যবিমুখতা, তন্দ্ৰালুত্ব, মন্থৰতা।

**আলিংগন** (EMBRACE) ঃ আঁকোৱাল, বাহুবন্ধন, সাবট, সাবটা-সাবটি, গলাগলি, আশ্লেষ, উপগূহন, ক্ৰোড়ীকৰণ।

**আলোক** (LIGHT) ঃ আভা, পোহৰ, ৰশ্মি, জেউতি, প্ৰভা, দীপ্তি, জ্যোতি, দ্যুতি, কান্তি, তেজ, দীপ, প্ৰদীপ, বহ্নি, বিভা, ভানু, কিৰণ, অংশু, সূৰ্য্যালোক, দিবালোক, চন্দ্ৰালোক, কৌমুদী, উজ্জ্বল, প্ৰকাশ, চন্দ্ৰিকা।

**আলোকিত** (LIGHTED) ঃ সুপ্ৰকট, দেদীপ্যমান, দীপ্যমান, দীপ্তিমান, দীপ্ত, তেজোময়, প্ৰজ্জ্বলিত, উজ্জ্বলীকৃত, জাজ্বল্যমান, প্ৰকাশিত।

**আলোচনা** (DISCUSSION) ঃ বিবেচনা, বিচাৰ, চৰ্চ্চা, আলচ, সমালোচনা, সমীক্ষা, অভিমত, মতামত, পৰ্য্যালোচনা, টীকা, ব্যাখ্যা, মন্তব্য, সমন্ত্ৰণা, বিচাৰণা, উহাপোহ, পৰামৰ্শ।

**আৱশ্যক** (NECESSARY) ঃ প্ৰয়োজনীয়, প্ৰয়োজন, দৰ্কাৰ, দৰকাৰ, গৰজ, অনিবাৰ্য, অপৰিহাৰ্য, আৱশ্যক, অহাৰ্য, অৱশ্যকাৰ্য।

**আৱেদন** (REPRESENTATION) ঃ নিৱেদন, গোহাৰি, আহ্বান, আৰ্জি, প্ৰতিপাদন, নিৰূপন, বৰ্ণন, প্ৰাৰ্থনা, দৰ্খাস্ত।

**আশঙ্কা** (DOUBT) ঃ সন্দেহ, ভয়, ত্ৰাস, সংশয়, শঙ্কা, উদ্বেগ, চিন্তা, সন্ত্ৰাস, অঠাৱৰ, ভীতি, দৰ, বিকল্প।

**আশা** (EXPECTATION) ঃ ভৰসা, আস্থা, নিৰ্ভৰ, বিশ্বাস, সম্ভাৱনা, প্ৰত্যাশা, অপেক্ষা, প্ৰতীক্ষা, অভিলাষ, আকাংক্ষা, ইচ্ছা, মনোৰথ, উদীক্ষণ।

**আশীৰ্বাদ** (BENEDICTION) ঃ আশিষ, শুভাশিষ, শুভেচ্ছা, কল্যাণ, কৃপা, কৰুণা, সদিচ্ছা, দয়া, আশীৰ্বচন, শুভাশীৰ্বাদ, আশীৰ্বাণী, স্বস্তিবচন, মঙ্গলাচৰণ, মঙ্গলবাদ, ধন্যবাদ, কুশলধ্বনি।

**আশ্চৰ্য** (STRANGE) ঃ বিস্ময়কৰ, অদ্ভুত, বিস্ময়, আচৰিত, বিচিত্ৰতা, বৈচিত্ৰ্য, অপূৰ্ব, অভূতপূৰ্ব, অবিশ্বাস্য, অলৌকিক, অবাক, চমৎকাৰিত্ব।

**আশ্ৰয়** (SHELTER) ঃ সহায়, ৰক্ষাকৰ্ত্তা, অৱলম্বন, শৰণ, নিৰ্ভৰশীলতা, স্থল, অনাথাশ্ৰম, ঠাই, ধৰ্মশালা, শিবিৰ, ঘৰ, আসন, থল, ৰক্ষক, সংশ্ৰয়।

**আসক্তি** (ATTACHMENT) ঃ ইচ্ছা, হেঁপাহ, অনুৰক্তি, অনুৰাগ, আকৰ্ষণ, ভোগাভিলাষ, প্ৰীতি, ৰতি, পূৰ্বৰাগ, প্ৰেম, প্ৰণয়, স্নেহ, ভক্তি, বন্ধুত্ব,

সম্প্ৰীতি, আদৰ, সদ্ভাৱ, অভিৰুচি, মমতা, পছন্দ, শ্ৰদ্ধা, সৌহাৰ্দ্য, মিলন, পৰিহাস, অভিসাৰ।

**আসন** (SEAT) ঃ উপৱেশন, গাদী, পদবী, পদ, আস্থান, অধিষ্ঠান, পীঠ, সিংহাসন, কাষ্ঠাসন, মঞ্চিকা, উপৱেশ, চকী, মাচিয়া, স্থান, আস্তৰণ, কুথ, পৰিস্তোম।

**আসন্ন** (IMPENDING) ঃ সন্নিকট, নিকট, সমীপ, অব্যবহিত, নিকটবৰ্ত্তী, সমীপস্থ, সন্নিহিত, সংলগ্ন।

**আহত** (WOUNDED) ঃ আঘাতপ্ৰাপ্ত, জখম, ঘাইল, সমাহত, উপহত, অভিহত, পীড়িত, ক্ষতপ্ৰাপ্ত।

**আহৰণ** (COLLECTION) ঃ সংগ্ৰহ, চয়ন, যোগাৰ, গ্ৰহণ, সংকলন, সঞ্চয়, সমবায়, সমুচ্চয়।

**আহাৰ** (FOOD) ঃ ভোজন, বিহাৰ, ভক্ষণ, পথ্য, ভক্ষ্য, অন্নজল, খাদ্য, গলাধঃকৰণ, গ্ৰাস, গৰাহ, খানা, খানা-পিনা, খাদ্য-দ্ৰব্য, অন্ন, ভোজ্য।

**আহিলা** (AMMUNITION) ঃ আহিলা-পাতি, উপাদান, সঁজুলি, সৰঞ্জাম, হাতিয়াৰ, হাথিয়াৰ, সা-সৰঞ্জাম, সঞ্জুক, যুদ্ধোপকৰন, যুদ্ধসজ্জা, যুদ্ধসামগ্ৰী।

**আক্ষেপ** (REGRET) ঃ খেদ, ক্ষোভ, দুখ, অনুতাপ, অশান্তি, শোক, ক্ৰোধ, বেজাৰ, অনুশয়, অনুশোক, উদ্বেগ।

## [ ই ]

**ইঙ্গিত** (HINT) ঃ সংকেত, টিপ, সূচনা, আভাস, সূত্ৰ, ইচাৰা, টেৰা, বেঁকা, টেৰা-বেঁকা, ঠাৰ, অঙ্গি-ভঙ্গি, কটাক্ষ, ঘুণাক্ষৰ, ঠিকনা, চিঁয়াৰ, উমান, সহাৰি, আটকাল, সন্ধান, পূৰ্বাভাস, উৰাদিহ, আকাৰ-ইঙ্গিত।

**ইচ্ছা** (DESIRE) ঃ বাঞ্ছা, অভিপ্ৰায়, প্ৰবৃত্তি, কামনা, বাসনা, তৃষা, অভিলাষ, ঈপ্সা, উদ্দেশ্য, বীপ্সা, লালসা, লিপ্সা, মনোৰথ, মনোভাব, মনোবৃত্তি, মনোবাঞ্ছা, সংকল্প, অভীপ্সা, অভীষ্ট, উৎকণ্ঠা, উদ্বেগ, উৎসুকতা, লোভ, আকাংক্ষা, মনস্কাম, মনস্কামনা, অভিৰুচি, প্ৰৱণতা।

**ইজ্জত** (HONOUR) ঃ মান, সম্ভ্ৰম, আবুৰ, সম্মান, মৰ্যাদা, সতীত্ব, কৌলীন্য, আভিজাত্য, প্ৰতিষ্ঠা, বহুমান, কীৰ্তি, খ্যাতি।

**ইতৰ** (INFERIOR) ঃ সাধাৰণ, হীন, অধম, তুচ্ছ, বাজে, নীচ, অপ্ৰধান, অৱহেলনীয়।

**ইতি** (CONCLUSION, FINISH) ঃ সমাপ্তি, অন্ত, সামৰণি, নিবৃত্তি, অৱসান, পৰিণতি, শেষ, সমাপন, পৰ্য্যৱসান, উপসংহাৰ, নিষ্পত্তি, সিদ্ধান্ত।

**ইত্যাদি** (ETCETIERA) ঃ আদি, প্ৰভৃতি, হৰেক, প্ৰমুখ, নানান, বিভিন্ন, হৰেক-ৰকম, অনেক, নানা, বিবিধ, আন, পৃথক, ভিন্ন, বেলেগ-বেলেগ।

**ইন্দ্ৰ** ('INDRA') ঃ দেৱৰাজ, দেৱপতি, দেৱেন্দ্ৰ, সুৰপতি, সুৰেন্দ্ৰ, সুৰেশ্বৰ, সুৰেশ, পুৰন্দৰ, পৌৰন্দৰ, ঘনবাহন, জীমুতবাহন, মেঘবাহন, বৃহদ্ৰথ, অমৰেশ, অমৰপতি, অমৰনাথ, শচীপতি, শচীন্দ্ৰ, সহস্ৰাক্ষ, সহস্ৰলোচন, সহস্ৰনয়ন, বজ্ৰপাণি, বাসৱ, হৰ্যস্ব, ত্ৰিদশাধিপতি, মঘৱা, বজ্ৰী, বজ্ৰধৰ, বৃত্ৰাৰি, বলবিনাশন, বলভিদ, বলহা, বলৰিপু, বাস্তোস্পতি, হৰিহয়, শতক্ৰতু, বৰক্ৰতু, পূতক্ৰতু, গোত্ৰভিৎ, পাকশাসন, দিবস্পতি।

**ইহজন্ম** (THIS-LIFE) ঃ ইহলীলা, ভৱলীলা, ভৱনাট, নৰ-নাট, পাৰ্থিৱ জীৱন, সংসাৰলীলা, মৰ্ত্যলীলা, ইহসংসাৰ, ইহজনম, ইহলোক, ইহজগত।

## [ ঈ ]

**ঈপ্সা** (WISH) ঃ বাঞ্ছা, কামনা, মনোৰথ, স্পৃহা, যাচনা, অভিলাষ, লোভ, আগ্ৰহ, বাসনা, লালসা, কামনা, ইচ্ছা, ইহা।

**ঈৰ্ষা** (JEALOUSY) ঃ খিয়াল, অসূয়া, বিদ্বেষ, ঈৰ্ষান্বিত, ঈৰ্ষাকাতৰ, মাৎসৰ্য, মৎসৰ, অহঙ্কাৰ, পৰশ্ৰীকাতৰতা, পৰদ্বেষী, শত্ৰুতা, ক্ৰোধ, চকুচৰহা, বৈৰ, আক্ৰোশ, প্ৰতিহিংসা, অন্তৰ্দাহ, শঙ্কাশীল, ঈৰ্ষালু, ঈৰ্ষু।

**ঈশ্বৰ** (GOD) ঃ ভগৱান, জগতস্ৰষ্টা, পৰমেশ্বৰ, সৰ্চ্চিদানন্দ, জগদীশ্বৰ, বিশ্বেশ্বৰ, সৰ্বেশ্বৰ, মহেশ্বৰ, প্ৰভু, গৰাকী, চিদানন্দ, ভূমা, জগদীশ, জগন্নিৱাস, জগবন্ধু, জগন্নাথ, ভুৱনেশ্বৰ, স্ৰষ্টা, ধাতা, বিভু, বিধাতা, ত্ৰাতা, সনাতন, স্বয়ম্ভু, অনাদি, ত্ৰাণকৰ্তা, মহাপ্ৰভু, অন্তৰ্য্যামী, নিৰাকাৰ, নিৰঞ্জন, অনন্ত, অজৰ, অমৰ, অক্ষয়, পৰমব্ৰহ্ম, নিৰাময়, বিশ্বাত্মা, ঋতম্ভৰ, অখিলাত্মা, পৰাৎপৰ, বিভু, পৰামাত্মা, দয়াময়, দীনবন্ধু, ইচ্চাময়, ব্ৰহ্মা, বিষ্ণু, দেৱ, দেৱতা, ঈশ, মালিক, ওপৰৱালা, আল্লা, খোদা, খোদাতাল্লা।

**ঈষৎ** (SLIGHT) ঃ অলপ, কিঞ্চিৎ, সামান্য, কিছু, নামমাত্র, নাৰ্তমান, যদ্‌সামান্য, অল্প, ক্ষুদ্ৰ, লঘু, সূক্ষ্ম, অবিস্তীৰ্ণ, মনাক্, স্তোক, অল্পক।

**ঈক্ষণ** (SIGHT) ঃ দৃষ্টি, দৰ্শন, চক্ষু, চকু, নয়ন, নেত্ৰ, লোচন, ঈক্ষণা, আলোক, অভিপ্ৰায়, দৃশ্য, আশয়।

## [ উ ]

**উক্তি** (SPEECH) ঃ বচন, বাক্য, কথা, উল্লেখ, বাণী, ব্যাহাৰ, ভাষণ, শব্দৰচনা।

**উগ্ৰ** (VIOLENT) ঃ তীব্ৰ, চোকা, ভয়ানক, ভয়াবহ, ভয়ঙ্কৰ, মাৰাত্মক, কঠোৰ, প্ৰবল, প্ৰচণ্ড, খণ্ডাল, হিংস্ৰ, নিষ্ঠুৰ, ক্ৰুদ্ধ, কুপিত, বিৰক্ত, উদ্ধত, ভীষণ, ৰূঢ়, ৰুক্ষ, কৰ্কশ, তীক্ষ্ণ, প্ৰখৰ, ৰুষ্ট, চণ্ড, উন্মত্ত, দুৰ্ধৰ্ষ, দুৰ্দান্ত, বলবন্ত, দাৰুণ, তমোময়, দোৰ্ঘোৰ, অতিপাত, উগ্ৰমূৰ্ত্তি।

**উচিত** (PROPER) ঃ উপযুক্ত, যথাৰ্থ, ন্যায্য, সজ্জ, বৈধ, বিধেয়, ঠিক, যোগ্য, বিধিবদ্ধ, বিহিত, লায়ক, সমীচীন, বাঞ্ছনীয়, যথোচিত, হক, যুক্তিযুক্ত, ন্যায়-সঙ্গত, যথাযথ, হক, ৰীতিমত, বিধিসন্মত, যথাৰীতি, সমুচিত, যুগুত।

**উচ্চ** (HIGH) ঃ ওখ, ডাঙৰ, মহৎ, অগ্ৰ, উন্নত, শ্ৰেষ্ঠ, তুংগী, সুউচ্চ, অত্যুচ্চ, সমুন্নত, সুতুংগ, তুংগ, শিখৰ, শীৰ্ষ, উত্তুঙ্গ, দীৰ্ঘ, বৰিষ্ঠ, প্ৰাংশু, পীনোন্নত, শালপ্ৰাংশু, গগনচুম্বী, শীৰ্ষস্থানীয়, উচ্চকায়, উচ্চতম, অত্যুচ্চ, সৰ্বোচ্চ, ঢিপ, দীৰ্ঘকায়, উপৰ, অভ্ৰভেদী, গগণস্পৰ্শী, আকাশলংঘা।

**উচ্চাৰণ** (PRONUNCIATION) ঃ বাণী, বচন, কথন, পথন, ভাষণ, উদীৰণ, আবৃত্তি, ৰটনা, আৱাজ, শব্দ, স্বৰ, কথা, উক্তি।

**উত্তৰ** (REPLY) ঃ সমিধান, সমাধান, জবাব, কৈফিয়ৎ, প্ৰত্যুত্তৰ, প্ৰতিবাক্য, প্ৰতিক্ৰিয়া, প্ৰত্যুক্তি, প্ৰতিবাদ, প্ৰতিধ্বনি, পৰৱৰ্ত্তী।

**উত্তীৰ্ণ** (SUCCESSFUL) ঃ কৃতকাৰ্য, অতিক্ৰান্ত, সম্পন্ন, সমৃদ্ধ, সফল, সফলকাম, প্ৰাপ্তকাম, লঙ্ঘিত।

**উত্তেজনা** (EXCITEMENT) ঃ অস্থিৰতা, আবেগ, আগ্ৰহ, আলোড়ন, বিক্ষোভ, উচটনি, উদগনি, উদ্দীপনা, উন্মাদনা, উৎসাহ, চাঞ্চল্য, ভাবপ্ৰবণতা।

**উৎপত্তি** (SOURCE) ঃ আবিৰ্ভাব, উত্থান, অভ্যুদয়, উদ্ভৱ, উদয়, গুৰি, মূল,

উন্মোচন, উন্মেষ, জন্ম, আৰম্ভ, সৃষ্টি, জাত, নিষ্পাদন, সমুত্থান, সমুদ্ভব, সৰ্গ, আবিৰ্ভূতি, উপজনন, উদ্রেক, উন্মেষণ, উন্মীলন, বিকশিত, সমুদ্ভুত, উৎপন্ন।

**উৎসৱ** (FESTIVAL) ঃ উছৱ, সমাৰোহ, সন্তোষ, সভা, আনন্দ, আনন্দানুষ্ঠান, জয়ন্তী, অনুষ্ঠান, খানা-পিনা, ভোজ-ভাঁত, যাত্ৰা, পৰ্ব, ব্ৰত, পূজা, সবাহ, মহোৎসৱ, জন্মোৎসৱ।

**উৎসৰ্গ** (DEDICATION) ঃ উছৰ্গা, অৰ্পণ, নিবেদন, দান, ত্যাগ, পৰিত্যাগ, সমৰ্পণ, বিসৰ্জন, আহুতি, প্ৰতিষ্ঠা।

**উৎসাহ** (ENCOURAGEMENT) ঃ উদ্যম, উদ্দীপনা, উন্মাদনা, উত্তেজনা, উৎকণ্ঠা, উৎসুকতা, তৎপৰতা, ঔৎসুক্য, ব্যগ্ৰতা, আগ্ৰহ, ব্যাকুলতা, অভিনিবেশ, অধ্যৱসায়, আয়াস, প্ৰযত্ন।

**উৎসুক** (ANXIOUS) ঃ ব্যগ্ৰ, উদ্‌গ্ৰীৱ, উৎকণ্ঠিত, উদ্বিগ্ন, আগ্ৰহান্বিত, আকুল, ব্যাকুল, ইচ্ছুক, প্ৰত্যাশী, অভিলাষী, অনুৰক্ত, সোৎসাহ, অভীপ্সু।

**উদং** (OPEN) ঃ মুকলি, মুক্ত, অৰক্ষিত, খোলা, বন্ধনহীন, অবাধ, অনিয়ন্ত্ৰিত, অপ্ৰতিহত, ভংভঙীয়া।

**উদাৰ** (GENEROUS, GREAT, FRANK) ঃ মহৎ, অকপট, সৰল, দয়ালু, ত্যাগী, নিষ্কপট, ঋজু, অকুটিল, বহলমনা, উদাৰমনা, উচ্চমনা, মহামনা, মহানুভৱ, উদাৰচেতা, উদাৰচিত্ত, উদাৰচিতীয়া, উচ্চহৃদয়, উদাৰমতি, সুবিবেচক, সুবিচাৰক, বদান্য, দৰদী, মৰমী, বিবেকী, প্ৰশস্তচিত্ত, প্ৰশস্তহৃদয়।

**উদাস** (APATHETIC) ঃ নিস্পৃহ, বিষণ্ণ, মলিন, দুঃখিত, অনাসক্ত, উদাসীন, বিমৰ্ষ, বিৰক্ত, বৈৰাগ্য, নিৰুৎসাহ, নিৰ্লিপ্ত, ভাবশূন্য, বিষয়-বিমুখ, অনুৰাগহীন, নিৰ্বিকাৰ, অসম্পৃক্ত, বনবাসী, সন্যাসী, তপস্বী।

**উদাহৰণ** (INSTANCE) ঃ পটন্তৰ, নিদৰ্শন, দৃষ্টান্ত, সাক্ষ্য, প্ৰমাণ, নজিৰ, উল্লেখ, উদ্ধৃতি, স্মাৰক, আদৰ্শ, প্ৰতীক, চিহ্ন।

**উদ্‌ঘাটন** (UNVEILED) ঃ উন্মোচন, প্ৰকাশ, প্ৰাপ্তি, আৱিষ্কাৰ, সমাধান, উদ্ভাবন, সন্ধান।

**উদ্দেশ্য** (MOTIVE) ঃ লক্ষ্য, অভিপ্ৰায়, অভিসন্ধি, মতলব, তাৎপৰ্য্য, আশয়, সংকল্প, স্পৃহা, ইচ্ছা, কাৰণ, হেতু, নিমিত্ত, প্ৰয়োজন।

**উদ্ধত** (ARROGANT) ঃ উত্তনুৱা, গৰ্বিত, অসংযত, অবিনীত, অবাধ্য, মণ্ড, উৎকট্, অবাধ, উন্মাদ, উন্মত্ত, অদম্য, অস্থিৰ, অশ্রান্ত, উদ্দাম, বন্ধনমুক্ত, অসাবধান, কৰ্কশ, দুৰ্দান্ত, দুৰ্ধৰ্ষ, দুৰ্বৃত্ত, দুৰ্বাৰ, দুৰ্জয়, দৰ্পযুক্ত, প্ৰগল্‌ভ, দাম্ভিক, উদ্ধতালি, সমদ, সাটোপ, অভিমানী।

**উদ্ধাৰ** (DELIVERANCEE) ঃ ৰক্ষা, ত্ৰাণ, পৰিত্ৰাণ, মোক্ষ, নিষ্কৃতি, নিস্তাৰ, অব্যাহত, উৰ্দ্ধগতি, উদ্ধৃতি, মুক্তি, তাৰণ, খালাচ।

**উদ্ভিদ** (PLANTS) ঃ গছ-গছনি, গছ-বন, ওষধি, উদ্ভিজ্জ, শাক, গছ, বৃক্ষ, তৰু, পাদপ, ব্ৰততী, ঘাঁহ, তৃণ, দ্ৰুম, নগ, পৰ্ণী, বনস্পতি, বিটপী, কুজ, শাখা।

**উন্নতি** (PROSPERITY) ঃ শ্ৰীবৃদ্ধি, সমৃদ্ধি, সৌভাগ্য, সম্পদ, কৃতকাৰ্যতা, প্ৰগতি, অগ্ৰগতি, ঋদ্ধি, উন্নয়ন, উৎকৰ্ষ, প্ৰকৰ্ষ, উন্মেষ, উন্মীলন, উৰ্দ্ধাৰোহণ, পুষ্টি, ক্ৰমোন্নতি, আৰোহণ, বৰ্দ্ধন, বিকাশ, বৃদ্ধি, আধিক্য।

**উন্মেষ** (OPENING) ঃ উদ্ৰেক, সঞ্চাৰ, আৰম্ভ, আৱিৰ্ভাব, জন্ম, সৃষ্টি, প্ৰাৰম্ভ, উদয়, অভ্যুদয়, অঙ্কুৰ, উৎপত্তি, ভ্ৰূণ, মূল, বিকাশ, প্ৰকাশ।

**উপকৰণ** (INGREDIENCE) ঃ উপাদান, সঁজুলি, সম্ভাৰ, দ্ৰব্য, বস্তু, সামগ্ৰী, বস্তু-বাহানি, মাল, মাল-মচলা, দ্ৰব্যময়, ঘটকদ্ৰব্য, ঘটকাবয়ব।

**উপকাৰ** (BENEFIT) ঃ কল্যাণ, হিত, সহায়, অনুগ্ৰহ, মঙ্গল, লাভ, অনুকম্পা, দয়া, সেৱা, উদাৰতা, সহায়তা, কৰুণা, ক্ষেম, কুশল, সাহায্য, সহানুভূতি, উপকৃতি।

**উপদেশ** (ADVICE) ঃ পৰামৰ্শ, শিকনি, বুজনি, মন্ত্ৰণা, নিৰ্দ্দেশ, মত, নীতিকথা, নীতিবাক্য, শিক্ষা, হিতোপদেশ, হিতোক্তি, প্ৰেৰণা, অনুপ্ৰেৰণা, প্ৰৰোচনা, সুবুদ্ধি, উচটনি।

**উপবাস** (FASTING) ঃ লঘোণ, অনাহাৰ, অনশন, ব্ৰত, তপস্যা, ৰোজা, নিয়মন, সংযম, দম, নিগ্ৰহ, নিৰাহাৰ, অভক্ষণ, অভোজন, বৰত, নিশিপালন।

**উপযুক্ত** (COMPETENT) ঃ যোগ্য, যথাযোগ্য, লায়ক, উপযোগী, ঔপাদেয়, উপভোগ্য, অনুকুল, সমকক্ষ, সমৰ্থ, উচিত, গ্ৰহণীয়, সাৰ্থক, কাৰ্যক্ষম, পৰ্যাপ্ত, ফলপ্ৰসু, লাভজনক, প্ৰয়োজনীয়।

**উপস্থিত** (ATTENDANCE) ঃ হাজিৰ, যোগদান, অৱস্থান, স্থিত, দণ্ডায়মান, প্ৰস্তুত, উপনীত, বিৰাজমান, বিৰাজিত, উপবিষ্ট, অৱস্থিত, আগমন।

**উপহাৰ** (GIFT) ঃ উপঢৌকন, উপায়ন, ভেটি, পাৰিতোষিক, দক্ষিণা, যৌতুক,

পুৰস্কাৰ, বক্‌ছিছ্‌, দান, প্ৰদান, সাহায্য, সমৰ্পণ, প্ৰণামি, নৈবেদ্য, অৰ্ঘ্য, প্ৰীত্যুপহাৰ।

**উপহাস** (RIDICULE) ঃ পৰিহাস, ইতিকিং, নিন্দা, ব্যঙ্গ, তিৰস্কাৰ, বিদ্ৰূপ, তামাছা, ধেমালি, ঠাট্টা, মস্কৰা, উপালম্ভ, বিনোদ, নৰ্মালাপ।

**উপাদান** (INGREDIENT) ঃ বস্তু, দ্ৰব্য, উপকৰণ, উপচাৰ, সৰঞ্জাম, জিনিছপত্ৰ, সামগ্ৰী, সঁজুলি, আহিলাপাতি।

**উপাধি** (RANK) ঃ জাতি, কৰ্ম, খিতাপ, গুণ, পদবী, আখ্যা, সংজ্ঞা, উপনাম, পদনাম, নাম, উপপদ, বাব, মান।

**উপায়** (MEANS, REMEDY, DEVICE) ঃ কৌশল, প্ৰণালী, মতলব, ফন্দি, মাৰ্গ, পন্থা, কৰ্মপন্থা, কায়দা, পদ্ধতি, বুদ্ধি, চাতুৰী, পৰামৰ্শ, প্ৰতিবিধান, প্ৰক্ৰিয়া।

**উপাৰ্জন** (EARNING) ঃ আৰ্জন, ঘটন, ৰোজগাৰ, লাভ, আয়, প্ৰাপ্তি, আহৰণ, আমদানি, বেতন, ভাত্তা, মজুৰি, পাউনি, পাওনা, দক্ষিণা, পাৰিশ্ৰমিক, পাৰিতোষিক, উপাৰ্জিত, আগম, উদয়, অৰ্থসংগ্ৰহ, সঞ্চয়।

**উপাসনা** (PRAYER) ঃ সেৱা, পূজন, পূজা, পূজা-সেৱা, আৰাধন, আৰাধনা, প্ৰাৰ্থনা, অৰ্চনা, অৰ্চন, ভজনা, বন্দন, বন্দনা, তপ, জপ, স্তোত্ৰ, অভিবন্দন, স্তৱ, অভিবন্দনা, অৰ্ঘ, তপস্যা, বন্দনা, কীৰ্ত্তন, আৱাহন, নামাজ, উপাস্তি, স্তুতি, অৰ্হণ, ভজন, নমস্যা, নাম-কীৰ্তন।

**উল্লাস** (PLEASURABLE) ঃ আনন্দ, উলাহ, উৎফুল্ল, তৃপ্তি, সুখ, হৰ্ষ, পুলক, আহলাদ, স্ফূৰ্ত্তি, মজা, প্ৰসন্নতা, তুষ্টিকৰ, ৰুচিৰ।

**উষ্ম** (HOT) ঃ তপত, তপ্ত, গৰম, উষ্ণ, উম, জহ, তাপযুক্ত, নৈদাঘ, প্ৰখৰ, প্ৰচণ্ড, অত্যুষ্ণ।

**উঁই** (WHITE ANT) ঃ বল্মীক, স্যমীক, উপদীকা, উপদেহিকা।

**উকিল** (ADVOCATE) ঃ আইনজীৱী, ব্যৱহাৰজীৱী, অধিবক্তা, ব্যৱহাৰদৰ্শক, অভিভাষক, পক্ষসমৰ্থক, উত্তৰবাদী।

**উচ্ছিষ্ট** ( LEAVINGS) ঃ জুঠা, চুৱা, এৰেহা, উচ্ছিষ্টান্ন, ভক্ষ্যাৱশেষ, অন্নশেষ, পৰিত্যক্তান্ন, প্ৰত্যাখ্যানান্ন, অৱশেষ, আগলিকা।

**উজ্জ্বল** (BRIGHT) ঃ দীপ্ত, দীপ্তিযুক্ত, দীপ্তোজ্জ্বল, সমুজ্জ্বল, অত্যুজ্জ্বল, প্ৰোজ্জ্বল, জল্‌মলীয়া, চিক্‌মিকীয়া, তিৰ্‌বিৰীয়া, সুপ্ৰভ, চক্‌মকীয়া,

জিলিকা, জল্মলনি, কান্তিমন্ত, তেজস্বী, দেদীপ্যমান, ভাসুৰ, ভাস্বত, ভ্ৰাজমান, ৰুচিৰ।

**উট** (CAMEL) ঃ উষ্ট্ৰ, ক্ৰমেল, ক্ৰমেলক, কণ্টকভুক, কণ্টকাশন, মহাগ্ৰীৱ, মৰুতৰণী, মৰুদ্বিপ, মৰুপ্ৰিয়, বক্ৰগ্ৰীৱ, বণিগ্বহ, দাশেৰ, দাশেৰক, ময়, মহাংগ, ৰৱণ, কৰভ, উষ্ট্ৰশাৱক।

**উৎস** (ORIGIN) ঃ মূল, আদি, নিদান, উৎপত্তিমূল, কাৰণ, আদ্যবীজ, উহ্, উদ্‌গমস্থান, উদ্ভৱস্থান, প্ৰভৱ, উদয়স্থান, আৰম্ভ, জন্ম, জনন।

**উদ্ধাৰ** (RESCUE) ঃ পৰিত্ৰাণ, ত্ৰাণ, নিস্তাৰ, অব্যাহতি, ৰক্ষা, ৰেহাই, তাৰণ, উদ্ধৰণ, ৰক্ষণ, মোচন।

**উমান** (GUESS) ঃ অনুমান, আন্দাজ, গম, আঁটিকাল, সঁহাৰি, বোধ, নিৰাধাৰকল্পনা, চিন্তা।

**উলঙ্গ** (NAKED) ঃ বিবস্ত্ৰ, নাঙঠ, নাঙ্গঠ, বিবসন, দিগম্বৰ, অনম্বৰ, উদি-মুদি, লেংটা, ধুমনাঙঠ, নগ্ন, নগ্নক, অবস্ত্ৰ, অনাচ্ছাদিত, অনাবৃত, অভূষিত, অনলংকৃত।

## [ ঊ ]

**ঊৰ্দ্ধ** (HIGH) ঃ ওপৰ, ওখ, উচ্চ, প্ৰধান, অধিক, উন্নত, ঊৰ্দ্ধতন, উত্তুঙ্গ, চূড়া, শীৰ্ষ, অগ্ৰ, শিখৰ, শিখা, শৃঙ্গ, মিনাৰ, তুঙ্গ, প্ৰাংশু, শ্ৰেষ্ঠ, অসামান্য।

**ঊষা** (DAWN) ঃ দোকমোকালি, ৰাতিপুৱা, পূৰ্বাহ্ন, পৰভাত, প্ৰাতঃকাল, প্ৰাতঃ, দোকামোকা, প্ৰভাত, প্ৰত্যুষ, অৰুণ, অৰুণোদয়, বিহান, কাল্য, অহৰ্মুখ, নিশান্ত, ব্ৰাহ্মমুহূৰ্ত, ব্ৰহ্মমুহূৰ্ত।

**ঊহ্য** (CONCEAL) ঃ অনুক্ত, অপ্ৰকাশিত, অকথিত, অনুমেয়, লুপ্ত, সংক্ষিপ্ত, গোপন, গূঢ়, নিগূঢ়, অপ্ৰকট, নিহিত, অন্তৰ্নিহিত, অস্ফুট, প্ৰচ্ছন্ন।

## [ ঋ ]

**ঋজু** (STRAIGHT) ঃ সৰল, সহজ, অকপট, পোন, থিয়, সবল, হোজা, অবক্ৰ, প্ৰগুণ, সত্যশীল।

**ঋণ** (LOAN) ঃ ধাৰ, কৰজ, দেনা, দেনা-পাওনা।

**ঋতুমতী** (PUBERTY) ঃ **ৰজস্বলা, সৰজাঃ, সৰজস্কা, পুষ্পৱতী।**

**ঋদ্ধি** (PROPERTY) ঃ উন্নতি, সৌভাগ্য, সমৃদ্ধি, সংপন্ন, ঋদ্ধিমন্ত, সৌভাগ্যবান, অৰ্থ, দ্ৰব্য, সম্পত্তি।

**ঋষভ** (BULL) ঃ **ষাঁড়, গৰু, ভতৰা, বৃষ, বৃষভ, সৌৰভেয়।**

**ঋষি** (SAGE) ঃ **তপস্বী, মুনি, যোগী, যতী, সাধু, সন্যাসী, সন্ত, বাবা, বাবাজি, সাধক, ধৰ্মগুৰু, মহন্ত, মনস্বী, বৈৰাগী, বৈষ্ণৱ, ভিক্ষু, পৰিব্ৰাজক, ক্ষপণক, যতীন্দ্ৰ, মঠাধ্যক্ষ, শ্ৰমণ, তাপস।**

**ঋক্ষ** (BEAR) ঃ **ভালুক, ভল্লুক, ৰুক্ষ, গ্ৰাম্য, দীৰ্ঘৰোম, অচ্ছভল্ল, ভল্লাট।**

## [ এ ]

**এক** (ONE) ঃ এটা, অদ্বিতীয়, অনন্য, প্ৰথম, প্ৰথমা, প্ৰথমতঃ, পহিলা, একক, একমাত্ৰ, হৰেক, প্ৰত্যেক, অপূৰ্ব, অগ্ৰণী, শ্ৰেষ্ঠ, পৰম, প্ৰধান, মুখ্য।

**একতা** (UNITY) ঃ ঐক্য, একত্ৰ, একত্ব, একাত্ম, একীকৰণ, একচিত্ততা, ঐকমত্য, অভেদ, অদ্বৈত, অভিন্নতা, সাম্য, সখ্য, সংহতি, সমবায়, সমন্বয়, সমানতা, সাম্য, মিলন।

**একত্ৰ** (COMBINED) ঃ একেলগে, সহ, সহিত, সমুহ, সংগৃহীত, সমাৰোহ, সমাৱেশ, সমাবিষ্ট, সমাগত, সমৱেত, অন্তৰ্গত, অন্তৰ্ভূক্ত, স্তুপ, পুঞ্জ।

**একাগ্ৰতা** (INTENTESS) ঃ একনিষ্ঠতা, অনুৰক্তি, ঐকান্তিকতা, মনন, মনোনিবেশ, মনোযোগ, মগ্নতা, নিবিষ্টতা, নিষ্ঠা, ধৈৰ্য্য, স্থৈৰ্য্য, স্থিৰতা, ধীৰতা, দৃঢ়তা, ধ্যান, অনন্যচিত্ত, সাভিনিৱেশ, উৎসুক, ব্যগ্ৰ।

**একান্ত** (INTENTLY ) ঃ একমুখী, একান্তমনে, একান্তভাবে, একান্তচিন্তে, একমাত্ৰ, গোপন, গোপনীয়, গূঢ়, অত্যন্ত, অতিশয়, নিতান্ত, নিশ্চিত, নিজস্ব, স্বকীয়, সনিশ্চয়, বিশ্বাস।

**এন্ধাৰ** (DARK) ঃ **আন্ধাৰ, অন্ধকাৰ, কণামুণা, ঘোপমৰা, নিৰালোক, নিষ্প্ৰভ, তমোময়, তমোবৃত্ত, তামস, তিমিৰ, সান্ধকাৰ, তামিশ্ৰ।**

**এলাকা** (JURISDICTION) ঃ এলেকা, অধিকাৰ, দখল, স্বত্ব, সম্পৰ্ক, অঞ্চল, ভূমি, ভোগ, স্বামিত্ব, স্বাম্য, ন্যায়াধিকাৰ।

**এলেহুৱা** (IDLE) ঃ **সোৰোপা, সৰপা, উদ্যমহীন, অকৰ্মণ্য, কৰ্মবিমুখ, অনুদ্যোগী,**

অলস, আলস্য, মন্থৰ, নিৰুদ্যম, নিৰুদ্যোগ, জড়, তন্দ্ৰালু, তন্দ্ৰিল, মন্দ, গাইৰা, ৰিহাকুৰীয়া, ধোদ, কানীয়া।

## [ ঐ ]

**ঐচ্ছিক** (OPTIONAL) ঃ ইচ্ছাধীন, ইচ্ছাসম্পৰ্কীয়, ইচ্ছানুযায়ী, বৈকল্পিক, বৈভাষিক।

**ঐতিহ্য** (TRADITION) ঃ পৰম্পৰাগত, ইতিহাস, ইতিবৃত্ত, কিংবদন্তি, পুৰণিকথা, বুৰঞ্জী, সম্প্ৰদায়, পাৰম্পৰ্য।

**ঐশ্বৰ্য** (RICHES) ঃ ধনসম্পত্তি, বিভৱ, বৈভৱ, মহিমা, সম্পদ, সন্মান, সমৃদ্ধি, মাহাত্ম্য, মৰ্যাদা, মহত্ব, গৌৰৱ, গৰিমা, উন্নতি, উৎকৰ্ষ, প্ৰাচুৰ্য্য, শ্ৰীবৃদ্ধি, প্ৰাধান্য, প্ৰভুত্ব, শ্ৰেষ্ঠতা, আধিপত্য, বিপুল, বিভূতি।

## [ ও ]

**ওজন** (WEIGHT) ঃ পৰিমাণ, পাল্লা, ভৰ, ভাৰ, ভাৰমান, দায়িত্ব, গুৰুত্ব, তুলাচনী, তুলাচালনী, তৰ্জু, তোল, দগা-পাল্লা, গধুৰ, গুৰু, বোজা।

**ওঁঠ** (LIP) ঃ ওষ্ঠ, অধৰ, চঞ্চু, ঠোঁট, দন্তবস্ত্ৰ, দন্তচ্ছদ।

**ওত** (LAZINESS) ঃ আলস্য, এলাহ, লেহেম, তন্দ্ৰালুতা, মন্থৰতা।

**ওদা** (WET) ঃ সেমেকা, ভিজা, তিতা, আৰ্দ্ৰ, আৰ্দ্ৰীকৃত, সজল, সিক্ত, স্নাত, অৱগাহিত, প্ৰক্ষালিত, ধৌত, ঘৰ্মাক্ত।

**ওপৰ** (TOP) ঃ ওখ, অগ্ৰ, আগ, আগৰ, আদি, উচ্চ, উৰ্দ্ধ, উত্তুঙ্গতা, শিখৰ, বেছি, প্ৰাধান্য, বিৰোধ, তুঙ্গতা, শৃঙ্গ, মূৰ্দ্ধ।

**ওৰ** (END) ঃ অন্ত, শেষ, সমাপ্তি, মৃত্যু, আঁতিগুৰি, অৱসান, বাকী, বিৰাম, বিনাশ, পৰ্যৱসান, প্ৰান্ত, সীমা।

**ওৰফে** (ALIAS) ঃ মাৰফৎ, মাৰ্ফত, জৰিয়তে, হতুৱাই, বনাম, বিৰুদ্ধে, বিপক্ষে, অৰ্থাৎ, অন্যথা, নামান্তৰ।

**ওলোটা** (CONTRARY) ঃ ওলটা, লুটিয়া, ওলোটা-ওলটি, বিপৰীত, বিৰুদ্ধ, বিষম, বিপক্ষ, বিমুখ, বিপৰ্যয়, প্ৰতীপ।

## [ ঔ ]

**ঔচিত্য** (RIGHTNESS) ঃ উপযুক্ততা, ন্যায্যতা, নৈয়মিকত্ব, পাত্ৰতা, যোগ্যতা।

**ঔজ্জ্বল্য** (BRILLIANCY) ঃ উজ্জ্বলতা, চকমকনি, প্ৰখৰতা, তেজস্বিতা, শুচিতা, নিৰ্মলতা।

**ঔৎসুক্য** (ANXIETY) ঃ উদ্বিগ্ন, উৎসাহ, আগ্ৰহ, অত্যাগ্ৰহ, কৌতূহল, চিন্তা, শঙ্কিত।

## [ ক ]

**কইনা** (BRIDE) ঃ নৱবধূ, নৱোঢ়া, কন্যা, কনিয়া, পাত্ৰী।

**ককৰ্থনা** (ABUSE) ঃ ভৰ্ৎসনা, ভৰ্ছনা, গালি, অপমান, অসন্মান, অমৰ্যাদা, অপবাদ, অপ্ৰভাষা, কদৰ্থনা, কুৎসা, বাক্‌বিতণ্ডা, তিৰস্কাৰ, নিন্দা, নিন্দাবাদ।

**ককা** (GRAND-FATHER) ঃ পিতামহ, মাতামহ, ককাদেউতা, আতা, আজোককা, প্ৰপিতামহ, বৃদ্ধপিতামহ, বৃদ্ধমাতামহ, অতিবৃদ্ধপিতামহ, অতিবৃদ্ধমাতামহ, অত্যতিবৃদ্ধপিতামহ, অত্যতিবৃদ্ধমাতামহ।

**কটু** (HARSH) ঃ কৰ্কশ, ৰুক্ষ, নিষ্ঠুৰ, তিক্ত, অপ্ৰিয়, উগ্ৰ, উষ্ণ, তীক্ষ্ণ, কদু, কটোল, মৰ্মভেদক।

**কটুকথা** (REPROACH) ঃ গালি, গালি-শপনি, গালি-গালাজ, ধমক, ধম্‌কি, ভেকাহি, কেটেৰ-জেঙেৰ, কেটেৰা-জেঙেৰা, শলামাত, কটুবাক্য, কটূক্তি, উপালম্ভ, নিন্দা, নিৰ্ভৰ্ৎসনা, পৰিবাদ, অভিসম্পাত, কদৰ্থনা, তিৰস্কাৰ।

**কঁঠাল** (JACK-FRUIT) ঃ কণ্টকফল, জঘনেফল, পনস, কণ্টকীফল, কণ্টফল, ফলকণ্টক, পূতফল।

**কঠিন** (HARD) ঃ টান, দৃঢ়, দুৰ্বোধ্য, দুষ্কৰ, দুৰ্গম, দুঃসাধ্য, দুৰূহ, দুঃসহ, শ্ৰমসাধ্য, নিষ্ঠুৰ, কট্‌কটীয়া, সাংঘাটিক, বিষম, উৎকট, কষ্ট, কৰ্কশ, কৃপণ, জটিল, শক্ত, ভীষণ, নিৰ্দয়, অমৃদ্ধ, ভয়ানক, হাড়ভঙ্গা, ৰূঢ়।

**কণী** (EGG) ঃ অণ্ড, ডিম, ডিমা, ডিম্ব।

**কথকি** (TALKATIVE) ঃ কথাচহকী, বহুবক্কী, বাচাল, প্ৰগল্‌ভ, কথকী, বহুবক্তা, অতিবক্তা, ভল্‌ভলীয়া, ভংভঙীয়া, চেলেপু, অমিতভাষী, ফাজিল, জল্পক, জল্পাক, বাচাট, বাবদূক।

**কথা** (SPEECH) ঃ উক্তি, উপদেশ, বচন, বাণী, বাক, বৃত্তান্ত, বিৱৰণ, বাৰ্ত্তা, ব্যাখ্যা, বক্তব্য, বক্তৃতা, বাক্য, বৰ্ণনা, বৰ্ণন, ভাষণ, বোল, বাগ্মিতা, বাঙ্ময়তা, বাক্‌পটুতা, বাকচাতুৰী, আখ্যান, আলাপ, আদেশ, অনুৰোধ, অভিমত, কৈফিয়ৎ, কথন, সংলাপ, স্বগত, সম্ভাষণ, জবান, জনশ্ৰুতি, বয়ান, বিবৃতি, বিৱৰণ, বিৱৰণী, গুজব, গুঞ্জৰণ, পুনৰুক্তি, উত্তৰ।

**কথাবাৰ্ত্তা** (CONVERSATION) ঃ কথোপকথন, মন্ত্ৰণা, পৰামৰ্শ, আলোচনা, আলাপ, বাদানুবাদ, সম্ভাষণ, ৰসালাপ, বাগ্‌বিতণ্ডা, সংলাপ, বৈঠক,মজলিছ, সংবাদ, বিশ্ৰম্ভালাপ।

**কথিত** (SAID) ঃ উক্ত, উচ্চাৰিত, উল্লিখিত, উল্লেখিত, অভিহিত, পূৰ্বোক্ত, প্ৰত্যুক্ত, কোৱা, ৰচিত, বিৰচিত, ঘোষিত।

**কদম** (NAUCLEA-CADAMBA) ঃ কদম্ব, ৰঘুগছ, অশোকাৰি, কলম্ব, নীপ।

**কদৰ্য্য** (AWKWARD) ঃ কুৎসিত, কুশ্ৰী, কুৰূপ, কিম্ভুত, কিমাকাৰ, ঘৃণ্য, জঘন্য, বীভৎস, বিকৃত, ঘৃণিত, নিন্দনীয়, গৰ্হিত, বিশ্ৰী, অশালীন, অশোভন, অসুন্দৰ, নীচ, বেয়া, হেয়।

**কন্দল** (QUARREL) ঃ দন্দ, বিৰোধ, কাজিয়া, খৰিয়াল, হাই, দন, উখনা-উখনি, লড়াই, কলহ, বিবাদ, বিসংবাদ, বাদ, বাদানুবাদ, দবৰা-দবৰি, খোঁচাখুঁচি, দবৰা-দবৰি, চুলিয়া-চুলি, কলি, বিগ্ৰহ, বিপ্ৰলাপ।

**কন্যা** (DAUGHTER) ঃ জীয়েক, পুত্ৰী, জী, কুমাৰী,আত্মজা, তনয়া, পুত্ৰিকা, বালা, সুতা, অক্ষতা, তনুজা, আত্মসম্ভৱা, দাৰিকা, দায়াদী, কন্যকা, কলত্ৰ, জায়া, দয়িতা, কইনা, দুহিতা, নন্দিনী, উদ্বহা, জীয়াৰী।

**কপটতা** (DECEITFULNESS) ঃ অসাধুতা, কপটাচৰণ, কপটাচাৰ, কুটিলতা, কপটালি, কাপট্য, ছল, বিনীয়, কুষাৰি, ছলনা, চালাকি, ফাকি, জালিয়াতি, অনাৰ্জৱ, প্ৰতাৰণা, বেইমানি, ঠগামি, শাঠ্য, কৈতব, ব্যাজ, ভণ্ডামি।

**কপাল** (FATE) ঃ অদৃষ্ট, ভাগ্য, ললাট, নছিব, দৈব, দিষ্ট, নিয়তি, প্ৰাক্তন, বিধি, গোধি, নিটিল, মূধ।

**কবল** (CONTROL) ঃ দখল, গ্ৰাস, গৰাহ, নিয়ন্ত্ৰণ, অধিকাৰ, স্বত্ব, প্ৰভুত্ব, ৰাজত্ব, কৰ্ত্তৃত্ব, দমন, নিগ্ৰহ, নিয়ম, বশ, সংযম।

**কবিতা** (POETRY) ঃ পদ্য, শ্লোক, গীত, গীতিকাব্য, দোহা, চৌতিশা, পদাৱলী, ষটপদী, গাথা, চৰ্যাপদ, সূক্ত, বেদমন্ত্ৰ, মহাকাব্য।

**কম** (INADEQUATE) : তাকৰ, ন্যূন, হীন, অলপ, সামান্য সীমিত, কণ, লেশ, ধনিষ্ঠামান, নগণ্য, ঈষৎ, কিঞ্চিত, মুষ্টিমেয়, অনুমাত্র, তুচ্ছ, সৰু, অপৰ্যাপ্ত, অল্পতৰ, উন।

**কম্পন** (TREMBLING) : কম্প, কঁপা, কঁপনি, জোকাৰণি, মূৰ্চ্ছনা, অস্থিৰতা, শিহঁৰণ, স্পন্দন, স্ফুৰণ, সঞ্চলন, বিহ্বল।

**কৰ** (TAX) : ৰাজহ, খাজনা, কৰ-কাটল, কৰভাৰ, ৰাজস্ব, মাচুল, বলি, ভাৰা, বানচ, শুল্ক, পণ, আয়, যৌতুক, চান্দা, জৰিমনা, অৰ্থদণ্ড।

**কৰুণ** (PATHETIC) : নিৰানন্দ, দুখোদ্দীপক, কাতৰ, দুঃখাবহ, দুঃখিত, শোকাৰ্ত্ত, ব্যথিত, ম্লান, ভাৰাক্ৰান্ত, আৰ্ত, আতুৰ, শোকাবহ, বিধুৰ, বিমৰ্ষ, বিষণ্ণ, শোকাকুল, শোকাতুৰ, দুখলগা, শোকজনক, কৰুণাত্মক।

**কৰুণা** (COMPASSION) : দয়া, কৃপা, মৰম, অনুগ্ৰহ, সমবেদনা, অপক্ষেপাত, অনুক্ৰোশ, সহানুভূতি।

**কৰ্কশ** (HARD) : টান, ৰূঢ়, খহটা, শ্ৰুতিকটু, নিৰ্মম, কঠিন, শুষ্ক, অসমতল, কঠোৰ, অমসৃণ, অচিকুণ, নিৰ্দয়, দুৰূহ, দৃঢ়, কঠোৰ, অদয়।

**কৰ্তা** (PERFORMER) : কৰোঁতা, প্ৰণেতা, গৰাকী, মালিক, প্ৰভু, স্বামী, ৰচয়িতা, নিৰ্মাতা, কাৰক, নিৰ্বাহক, ঘটক, সম্পাদক, নিয়ামক, সৰ্বেসৰ্বা, অধ্যক্ষ, কৰ্তৃপক্ষ, উপৰবালা, মুনিব, স্ৰষ্টা, ঈশ্বৰ, নাথ, পতি।

**কৰ্তৃত্ব** (AUTHORITY) : প্ৰভুত্ব, অধিকাৰ, স্বামিত্ব, মালিকানা, অধীনতা, প্ৰাধান্য, প্ৰতাপ, শক্তি, সীমা, পৰিসৰ, শ্ৰেষ্ঠতা, কৰ্তাগিৰি, নেতৃত্ব।

**কল** (PLANTAIN) : কদলী, কদল, কলা, ৰম্ভা, কাষ্ঠীলা, দীৰ্ঘপৰ্ণী, বাৰবুসা, বৃষা, অংশুমৎফলা, কদলীফল, লম্পা, মাহেন্দ্ৰী, মোচা, সাষ্ঠী।

**কলহ** (QUARREL) : কাজিয়া, কন্দল, কলি, খৰিয়াল, বিবাদ, বিসম্বাদ, যুদ্ধ, মতান্তৰ, মনোমালিন্য, মনান্তৰ, মতভেদ, মতদ্বৈধ, আহুকাল, জঞ্জাল, হুলস্থূল, বিপ্ৰলাপ, ব্যবক্ৰোশ।

**ক'লা** (BLACK) : অসিত, কাল, কৃষ্ণ, শ্যাম, মেচক, আন্ধাৰ, তিমিৰ, নিষ্প্ৰভ, কালিহি, কলীয়া, কেহেৰাজ-বটা, ধূমক'লা।

**কলিজা** (HEART) : হৃদযন্ত্ৰ, হৃৎপিণ্ড, হৃদয়, হিয়া, বুকুৰআমঠু, ৰক্তাশয়, অগ্ৰমাংস, বুক্কা।

**কলুষ** (DIRT) : কলঙ্ক, পাপ, মলিনতা, মালিন্য, মল, আবিলতা, ময়লা, অপবাদ,

আবৰ্জনা, কল্মষ, বদনাম, কৰ্দম, ক্লিন্নতা, ক্লেদ, কুখ্যাতি. পঙ্ক, ঘৰ্ম, দোষ, অপযশ, বোকা, চেকা, দাগ, দুৰ্নাম, পাতক, কালিমা, গ্লানি।

**কলেৱৰ** (PHYSICAL) ঃ শৰীৰ, অৱয়ব, কায়া, গা, অঙ্গ, গঠন, দেহ, আকৃতি, কৰণ, ক্ষেত্ৰ, গাত্ৰ, ভূধন, বপু।

**কলেৰা** (CHOLERA) ঃ জহনী, হাইজা, মাউৰ, মৰখ, বিষূচিকা, মহামাৰী।

**কল্পনা** (SCHEME) ঃ অনুমান, উদ্ভাৱন, জল্পনা, স্বপ্ন, ধ্যান, ধাৰণা, মায়া, আৱিস্কাৰ, উপায়, উপায়চিন্তন, যোজনা, আকাশকুসুম, ৰূপকথা।

**কল্যাণ** (WELFARE) ঃ কুশল, মঙ্গল, শুভ, হিত, উপকাৰ, শ্ৰীবৃদ্ধি, সৌভাগ্য, সুখ, সুসম্বাদ, যোগক্ষেম, নিঃশ্ৰেয়স্, অৰিষ্ট, অভ্যুদয়, ভবিক, ভদ্ৰ, ক্ষেম, শম, শিৱ, ঋদ্ধি, সুলক্ষণ, শুভকামনা, শুভেচ্ছা, শুভাশীৰ্বাদ, শুভদৃষ্টি।

**কৱচ** (ARMOUR) ঃ বৰ্ম, অঙ্গত্ৰাণ, অংগত্ৰ, তনুত্ৰাণ, তনুচ্ছদ, তনুত্ৰ, তনুবাৰ, কংকট, দংশন, সন্নাহ, সজ্জা, কঞ্চু, কঞ্চুক, কাচনি, বৰূথ, বক্ষত্ৰাণ, উৰস্ত্ৰ, উৰশ্ছদ, উৰস্ত্ৰাণ, নিচুলক,।

**কষ্ট** (SORROW) ঃ দুখ, বেদনা, বিষাদ, ব্যথা, ব্যাধি, ক্লেশ, যন্ত্ৰণা, যাতনা, পীড়া, পৰিশ্ৰম, লাঞ্ছনা, ক্ষোভ, শূল, মনস্তাপ, জ্বালা, শোক, সংগ্ৰাম, মেহনত, খাটনি, আয়াস, আহুকলীয়া।

**কস্তুৰী** (MUSK) ঃ মৃগনাভি, গান্ধকলাই, কস্তুৰ, কস্তুলিকা, গন্ধকেলিকা. গন্ধধুলি, মৃগমদ।

**কাউৰী** (CROW) ঃ কাউৰ, কাক, কোৱা, বায়স, কাণুক, বলিভুক, গৃহবলিভুক, বলিপুষ্ট, বৃক, পৰভৃৎ, অন্যভৃৎ, কুণ, কৰট, চিৰজীৱি, মহানেসি, দিবাটন, দ্বিক, দ্ৰোণ, মৌকলি, মৌকুলি, সকৃৎপ্ৰজ, আসুৰ, এন্দ্ৰি, কৃষ্ণকাক, বৃদ্ধকাক, একাক্ষ, ধূলিজংঘ, ধ্বাংক্ষ।

**কাকুতি** (PRAYER) ঃ মিনতি, প্ৰাৰ্থনা, যাচনা, কাবৌ, কাতৰোক্তি, কাউবাউ, অনুনয়বিনয়, অনুৰোধ, অনুনয়, আৰাধনা, অভ্যৰ্থনা, উপাসনা।

**কাগজ** (PAPER) ঃ তুলাপাত, কাকত, বাতৰিকাগজ, কাগজপত্ৰ, ভূৰ্জপত্ৰ, তালপত্ৰ, বহি, গ্ৰন্থ, সম্বাদপত্ৰ, চিঠি, চিঠি-পত্ৰ, পত্ৰ, পত্ৰক।

**কাঁচ** (GLASS) ঃ আইনা, দৰ্পণ, দাপোণ, আৰ্চি, বেলেল, মুকুৰ, স্ফটিক, চষক।

**কাছ** (TORTOISE) ঃ কচ্ছপ, কূৰ্ম, কক্ষপ, কমঠ, চতুৰ্গতি, কমঠী, দুলী, দ্ৰুণী, স্তূপপৃষ্ঠ, জীৱথ, পঞ্চগূঢ়।

**কাঠ** (TIMBER) ঃ কাষ্ঠ, দাৰু, ইন্ধন, সমিধ, যজ্ঞ-কাষ্ঠ, খৰি, তক্তা, পাট, ইধ্ম, এধ, উদ্দীপন।

**কাণ** (EAR) ঃ কৰ্ণ, শ্ৰৱণেন্দ্ৰিয়, শ্ৰুতি, শ্ৰোত্ৰ, শ্ৰৱস্, শ্ৰৱ, শব্দগ্ৰহ, পৈশুষ, পৈঞ্জুষ, কন্দ্ৰৰন্ধ্ৰ, কৰ্ণছিদ্ৰ, কৰ্ণবিৱৰ, কৰ্ণকূপ, কৰ্ণকুহৰ।

**কাঠি** (SPLINTER) ঃ শলা, শেল, শল্য, দাঁতোন, খুঁটি, কুটা, শাখা, খণ্ড, শকল।

**কাতৰ** (DISTRESSED) ঃ ব্যাকুল, অস্থিৰ, বিহ্বল, কুণ্ঠিত, অধীৰ, বিবশ, চঞ্চল, বিপন্ন, অৱশ, বিবুধি, নিদান, বিপত্তি।

**কান্তি** (SPLENDOUR) ঃ শোভা, জেউতি, দীপ্তি, শ্ৰী, লাৱণ্য, সৌন্দৰ্য, ৰূপ, চাৰুতা, ৰম্যতা, লক্ষ্মী।

**কান্দোন** (WEEPING) ঃ ক্ৰন্দন, ৰোদন, শোক, ৰুদন, ৰুদিত অশ্ৰুপাতন।

**কান্ধ** (SHOULDER) ঃ স্কন্ধ, বাহুমূল, কান, অংস, কৎসবৰ, ভুজমূল, ভুজশিৰ, দোঃশিখৰ।

**কাপোৰ** (CLOTH) ঃ বস্ত্ৰ, বসন, অম্বৰ, আচ্ছাদন, অংশুক, নিবসন, পৰিধান, বাসঃ, পট, ক্ষোম, ফাল, কাৰ্পাস, বাদৰ. কৃমিকোশোত্তৱ, কৌশেয়, ৰোমজ, ৰাকব।

**কাম** (WORK) ঃ কাৰ্য্য, কৰ্ম, বৃত্তি, চাকৰি, জীৱিকা, ব্যৱসায়, পেছা, উদ্যম, উদ্যোগ।

**কামদেৱ** (KAMDEVA) ঃ অনঙ্গ, অতনু, অজ, অনন্যজ, অঙ্গজ, ইষ্ম, কন্দৰ্প, কুসুমায়ুধ, কুসুমধনু, কিংকিৰ, কন্দৰ্পদেৱ, কুসুমকামুক, কঞ্জন, প্ৰদ্যুম্ন, পুষ্পকেতু, পুষ্পকেতন, বিশ্বকেতু, মনোজ, মদন, মন্মথ, মাৰ, মকৰধ্বজ, মকৰকেতু, মীনকেতন, মীনধ্বজ, মনোভাৱ, মনোভু, মকৰকেতন, মদ, মধুদীপ, ৰম, ৰমণ, ৰতীশ, ৰতিপতি, ৰতিকান্ত, স্মৰ, শম্বৰাৰি, ৰুদ্ৰাৰি।

**কামনা** (DESIRE) ঃ অভিলাষ, অভিপ্ৰায়, বাসনা, ইচ্ছা, বাঞ্ছা, মনোবাঞ্ছা, অভীপ্সা, ইপ্সা, ইহা, আকাংক্ষা, স্পৃহা, সমীহা, মৈথুনেচ্ছা, ৰতাভিলাষ, ভোগ-লালসা, বিষয়াসক্তি, কামোচ্ছা, কামভাৱ, কামাগ্নি, অনুৰাগ, অনুৰতি, বিৰংসা।

**কামুক** (LUSTFUL) ঃ কামাতুৰ, কামার্ত, কামাসক্ত, কামাত্মা, কামপৰৱশ, লম্পট, ধৰ্ষিত, ধৰ্ষক, ভোগী, অগম্যা, অভিগম্যা, পাৰদাৰিক, কামান্ধ, কামী, কামমোহিত, ৰমণাভিলাষী, কামীন, বিৰংশু, ৰতিকংক, কামৱান, অভিক।

**কায়া** (BODY) ঃ দেহ, শৰীৰ, তনু, বপু, কলেৱৰ, গা, গাঁৰি, গাত্ৰ।

**কার্তিক** ('KARTIKA') ঃ দেৱসেনাপতি, কুমাৰ, কার্তিকেয়, কৃত্তিতাসুত, কামজিৎ, কামদ, কুক্কুটধ্বজ, ক্ৰৌঞ্চদাৰণ, ক্ৰৌঞ্চাৰি, অগ্নিভূ, উমাসুত, গাংগেয়, গুহ, গৌৰেয়, তাৰাকজিৎ, তাৰহা, দ্বাদশবাহু, দ্বাদশাক্ষ, দ্বিশাখ, নীলদংষ্ট্ৰ, বিশাখ, বালচর্য, ময়ূৰকেতু, মহাসেন, মহিষার্দন, শক্তিধৰ, শক্তিপাণি, শৰজন্মা, শৰজ, শিখিবাহন, ষড়ানন, ষষ্ঠীপ্ৰিয়, ষান্মাতুৰ, সিদ্ধসেন, সুব্ৰহ্মণ্য, সেনানি, স্কন্দ, স্বামী।

**কাৰণ** (CAUSE) ঃ হেতু, নিমিত্ত, প্ৰয়োজন, উদ্দেশ্য, উৎপত্তি, নিদান, বাবদ, মানে, যুক্তি, উপলক্ষে, প্ৰমাণ, বাবে, ন্যায়, সামঞ্জস্য, কার্য, নিবন্ধন, হেতুক, উদ্দেশ্যে, উপলক্ষে।

**কাৰবাৰ** (BUSINESS) ঃ উদ্যোগ, চেষ্টা, যত্ন, ব্যৱসায়, বৃত্তি, পেছা, চাকৰি, বেপাৰ, দোকান, জীৱিকা, উপজীৱিকা, বাণিজ্য, বেচা-কিনা, ব্যাপাৰ, সংকল্প।

**কাৰাগাৰ** (JAIL) ঃ ফাটেক, কাৰা, বন্দীশাল, জেলখানা, বন্দিশিবিৰ, বন্দিনিবাস, জেইল, বন্ধনগৃহ, ৰঙাঘৰ, গার্দ, হাজত, হাজোত, গুপ্তি, পোতাশাল, বাঁহাৰ, জেল, খোৱাৰ।

**কাৰিকৰ** (MECHANIC) ঃ শিল্পী, মিস্ত্ৰি, ভাস্কৰ, স্থপতি, স্ৰষ্টা, প্ৰণেতা, শিল্পকাৰ, কাৰুশিল্পী, কৰ্মকাৰ, স্বৰ্ণকাৰ, সোণাৰি, ৰাজমিস্ত্ৰী, নাপিত, কমাৰ, কুমাৰ।

**কার্য্য** (WORK) ঃ কৰ্ম, কাম, বন, কৃতি, চাকৰি, বৃত্তি, পৰিশ্ৰম, শ্ৰম, কৰ্ত্তব্য, ক্ৰিয়া, মেহনত, মেহনতি, খাটনি, বিধি, বিধান, কার্যক্ৰম।

**কার্যালয়** (OFFICE) ঃ কাৰখানা, অফিচ, দপ্তৰ, দফ্তৰ, সঞ্চালকালয়, সচিবালয়, মন্ত্ৰালয়, দোপদৰ।

**কাল** (TIME) ঃ সময়, যুগ, ঋতু, আয়ুস, মৃত্যু, যম, আজৰি, অৱসৰ, বতৰ, সুযোগ, মহাকাল, চিৰকাল, একাল, কার্যকাল, আপদকাল, প্ৰাতঃকাল, দীৰ্ঘকাল, স্বপ্নকাল, পৰকাল, কস্মিনকাল, নিধন, নিপাত, নিমিষ, নিমেষ, যুগান্তৰ, কালান্তৰ, অতীত।

**কাহিনী** (STORY) ঃ আখ্যান, সাধু, বিৱৰণ, বৃত্তান্ত, উপাখ্যান, কিম্বদন্তী, ইতিহাস, গল্প, আখ্যায়িকা, কথা, ৰূপকথা।

**কিন্তু** (BUT) ঃ তথাপি, অথবা, অথচ, অন্ততঃ, অপি, আপাততঃ, নতুবা, বা, বাস্তৱিক, বস্তুতঃ, সত্বেও, হ'লেও, নহ'লে, নাইবা, বদলী, পুনঃ।

**কীট** (INSECT) ঃ পোক, পতঙ্গ, কৃমি, কীটাণু, জীৱাণু, কীকস, কীটক, কিটিকা, ষট্‌পদ।

**কীৰ্ত্তি** (FAME) ঃ যশ, খ্যাতি, প্ৰসিদ্ধি, প্ৰখ্যাত, বিখ্যাত, বিশ্ৰুতি, গৌৰৱ, প্ৰতিষ্ঠা, মান, সন্মান, মহিমা।

**কু** (BAD) ঃ বেয়া, নীচ, নিন্দনীয়, মন্দ, অশুভ, অসৎ, অধম, অসাধু, অভদ্ৰ, অহিত, নিৰ্গুণ, সদোষ, অসুন্দৰ, কুখ্যাতি, কুকৰ্ম, কুৰূপ, কুচক্ৰ, পাপ, কুৎসিত, তুচ্ছ, দুষ্ট, নিকৃষ্ট, কুচিন্তা, কুদিন, পীড়াৱহ।

**কুঁজা** (HUMP-BACK) ঃ কুব্জ, গডুল, বক্ৰপৃষ্ঠ।

**কুৎসিত** (UGLY) ঃ কুশ্ৰী, অসুন্দৰ, কুৰূপ, নিন্দিত, ঘৃণিত, গৰ্হিত, কদৰ্য্য, কদাকাৰ, আপচু, কিম্ভুতকিমাকাৰ, শ্ৰীহীন, হতশ্ৰী, বিশ্ৰী, বিভৎস, কুন্ধচ, আগঢ়ী, অশোভনীয়, অৰুচিৰ, বিৰূপ, কশ্মল, অশ্লীল, অশিষ্ট।

**কুল** (FAMILY) ঃ বংশ, জাতি, শ্ৰেণী, গোষ্ঠী, সম্প্ৰদায়, পৰিয়াল, কুলধৰ্ম, কুলাচাৰ, কুলপৰম্পৰা, কুটুম্ব, সন্তান, গোত্ৰ।

**কুঁৱলী** (FOG) ঃ কুহেলিকা, কুজ্ঝটিকা, কুজ্ঝটি, কুহেডি, কুহিঢ়, কুহা, ধূমিকা, নভোৰজ।

**কুঁৱা** (WELL) ঃ নাদ, কূপ, পাটনাদ, কুণ্ড, দীৰ্ঘিকা, চুণ্টা, চুণ্ডা, চুতক, আবাহ, অন্ধু।

**কুকাৰ্য** (BLEMISH) ঃ অকৰ্ম, অকাজ, অপকৰ্ম, অন্যায় কৰ্ম, অকাৰ্য অপকীৰ্তি, দোষ, দুষ্কাৰ্য, দুষ্কৰ্ম, দুষ্কৃতি, দুষ্ক্ৰিয়া, দুষণ, দুশ্চেষ্টা, কুকৰ্ম, কলংক, নিন্দিতকৰ্ম।

**কুকুৰ** (DOG) ঃ কুক্কুৰ, সাৰমেয়, কৃতজ্ঞ, কৌলেয়ক, গৃহমৃগ, দীৰ্ঘনাদ, পুৰোগামী, মৃগদংশক, ৰাত্ৰিজাগৰ, শুন, শুনক, শুনি, সৰমা, বক্ৰপুচ্ছ, শ্ব, শ্বান, গ্ৰামমৃগ, ভষক।

**কুকুৰা** (COCK) ঃ কুক্কুট, কুহকস্বৰ, কুহকস্কন, কৃকবাকু, চূলিক, তাম্ৰচূড়, দীৰ্ঘবাচ্, উষাকল, ৰামপাৰ, মুৰ্গী।

**কুলি** (CUCKOO) ঃ কোকিল, কোয়েল, কোয়েলিকা, কাকপুচ্ছ, কুহুমন্দ্র, কলঘোষ, কলকণ্ঠ, কাকপুষ্ট, পিক, পৰভৃৎ, পৰপুষ্ট, অন্যভৃত, তাম্রাক্ষ, বসন্তঘোষ, বসন্তসখ, বসন্তদূত, বসন্তী, মধুঘোষ, মধুবন।

**কুশল** (WELFARE) ঃ কল্যাণ, হিত, মঙ্গল, সৌভাগ্য, শুভ, সুখসমৃদ্ধি, নিপুণ, দক্ষ, পাৰ্গত, পাৰঙ্গম, অভিজ্ঞ, বিচক্ষণ, প্ৰবীণ, বিশাৰদ, সমৃদ্ধি, ক্ষেম।

**কূল** (SHORE) ঃ পাৰ, তীৰ, তট, বেলা, ঘাট, উপকূল, কচ্ছ, প্ৰান্ত, পুলিন, কাষ, কিনাৰ, প্ৰপাত, তটী, তটভূমি, বেলাভূমি, তীৰভূমি।

**কৃত** (PERFORMED) ঃ সম্পাদিত, সম্পন্ন, সাধিত, অনুষ্ঠিত, ৰচিত, সংঘটিত, নিৰ্বাহিত, বিৰচিত, নিৰ্মিত, ঘটিত, নিষ্পন্ন।

**কৃতকৃত্য** (SUCCESSFUL) ঃ কৃতকাৰ্য, কৃতাৰ্থ, প্ৰাপ্তকাম, সফলকাম, সমৃদ্ধ, সিদ্ধাৰ্থ।

**কৃতঘ্ন** (UNGRATEFUL) ঃ অশলাগী, অকৃতজ্ঞ, অবিশ্বাসী, মিত্ৰদ্ৰোহী, বেইমান, বিশ্বাসঘাতক, নিমখহাৰাম।

**কৃতজ্ঞ** (GRATEFUL) ঃ কৃতাৰ্থ, ঋণী, ধন্য, বাধিত, বিশ্বস্ত, অনুগৃহীত।

**কৃতি** (WORK) ঃ নিৰ্মাণ, কাৰ্য, ৰচনাৱলী, প্ৰস্তুতি, কৃত্য।

**কৃতিত্ব** (SKILL) ঃ দক্ষতা, পাৰদৰ্শিতা, নিপুণতা, পটুতা, সফলতা, সাৰ্থকতা, কৌশল, চাতুৰ্য, প্ৰাবীণ্য, বৈচক্ষণ্য, বৈদগ্ধ্য, বৈশাৰদ্য।

**কৃতী** (SUCCESSFUL) ঃ পাৰ্গত, কৃতকাৰ্য, সফলকাম, কৰ্মকুশল, প্ৰসিদ্ধ, খ্যাতিমান, খ্যাতনামা, নামী, কাৰ্যক্ষম, শক্ত, সমৰ্থ।

**কৃত্ৰিম** (ARTIFICIAL) ঃ নকল, মিছা, জাল, অবাস্তৱ, অপ্ৰকৃত, ভেজাল, অস্বাভাৱিক, কপট, কাল্পনিক, অপ্ৰাকৃতিক, কল্পনাত্মক, কল্পিত, অনৈসৰ্গিক, কপটতাপূৰ্ণ।

**কৃপণ** (MISERLY) ঃ কৰাইচ, কটকিনা, মিতব্যয়ী, অৰ্থপৰায়ণ, অদাতা, লোভী, অনুদাৰ, অমুক্তহস্ত, অবদান্য, দানবিমুখ, চিকটা, টটাৰি, জিকাজৰী।

**কৃপা** (PITY) ঃ কৰুণা, মৰম, দয়া, অনুগ্ৰহ, অনুকম্পা, সহানুভূতি, আশীৰ্বাদ, শুভাকাংক্ষী, সহৃদয়তা।

**কেঁকোৰা** (CRAB) ঃ কৰ্কট, কৰ্কটিকা, কুলীৰ, কুলিৰক, কৰ্ক, কৰ্কী, দ্বিধাগতি, পাৰ্শ্বোদৰপ্ৰিয়, পৃষ্ঠচক্ষু, ষোড়শাংঘ্ৰি।

**কেঁচা** (IMMATURE) ঃ নপকা, নিসিজোৱা, নুশুকোৱা, অপৈণত, অপৰিণত, অপক্ক, অনভিজ্ঞ, হৰিত।

**কেঁচু** (EARTHWORM) ঃ কিযুল্লক, মৃৎকিৰা, ভূলতা, শিলীন্ধ্ৰী, গণ্ডুপদ, ভুঁইলতা, মহীলতা।

**কেৱল** (ONLY) ঃ অকল, একমাত্ৰ, অদ্বিতীয়, মাত্ৰ, খালি, মাত্ৰক, সাধাৰণতঃ, অনধিক, একাকী, কেৱলমাত্ৰ।

**কোঠালি** (APARTMENT) ঃ কোঠা, কোষ্ঠ, কক্ষ, কক্ষা, খোঁটালি, বৈঠকখানা, আবাস, স্নানাগাৰ, অন্তঃপুৰ, পাকঘৰ, ৰন্ধাঘৰ, ৰসশালা।

**কোমল** (SMOOTH) ঃ ঢিলা, অকঠিন, মৃদু, নৰম, নম্ৰ, ফেপা, কুমলীয়া, আঁপইতা, আৰ্দ্ৰ, মসৃণ, মৃদুল, হেলেকা, হেলেকলেকীয়া, হেলেক-পেলেক, সোলোক-ঢোলোক, মোলায়েম।

**কৌতুক** (JEST) ঃ আমোদ, ৰং-ধেমালি, ৰসিকতা, পৰিহাস, মৰ্জা, ঠাট্টা, পৰিহাসালাপ, উপহাস, বিদ্ৰূপ, ব্যঙ্গ, শ্লেষ, মস্কৰা, ৰহস্য।

**কৌতুহল** (CURIOSITY) ঃ আগ্ৰহ, উৎসুক, ঔৎসুক্য, কুতুহল, উদ্গ্ৰীৱ, ব্যগ্ৰ, আগ্ৰহান্বিত, জিজ্ঞাসা।

**কৌশল** (SKILL) ঃ দক্ষতা, পাৰ্গতালি, প্ৰকৰণ, ছল-চতুৰালি, উপায়, কায়দা, নিয়ম, পদ্ধতি, পন্থা, কলাকৌশল, প্ৰক্ৰিয়া, কৌশল্য, চাতুৰ্য, নৈপুণ্য, বিধি, নিৰ্বন্ধ, প্ৰণালী।

**ক্ৰন্দন** (LAMENTATION) ঃ কান্দোন, ৰোদন, বিলাপ, বিননি, অনুতাপ, অশ্ৰুপাত, আৰ্তনাদ, খেদোক্তি, কন্দাকটা, হাহাকাৰ, খেদ-প্ৰকাশ, শোক, পৰিদেবনা, ৰুদন, ৰুদিত।

**ক্ৰম** (ORDER) ঃ প্ৰণালী, পৰ্য্যায়, ধাৰা, পৰম্পৰা, অনুসাৰে, ধাৰাবাহিকতা, বিন্যাস, গতি, ৰীতি, ক্ৰমিকতা, ক্ৰমান্বয়, শাৰী, শ্ৰেণীবদ্ধ, শ্ৰেণী, অনুক্ৰম, পদ্ধতি, আনুপূৰ্ব্য, পৰিপাটী।

**ক্ৰমশঃ** (GRADUALLY) ঃ ক্ৰমে-ক্ৰমে, পৰ্যায়ক্ৰমে, যথাক্ৰমে, অনুক্ৰমে, অনবৰত, ক্ৰমান্বয়ে, ক্ৰমানুসাৰে, সময়ানুযায়ী, উত্তৰোত্তৰ, পূৰ্বানুক্ৰমে, ধীৰে-ধীৰে, লাহে-লাহে, অবিশ্ৰান্ত।

**ক্ৰমাগত** (SUCCESSIVE) ঃ ধাৰাবাহিক, অবিৰাম, ক্ৰমাৎ, উত্তৰোত্তৰ, ক্ৰমিক, একাদিক্ৰমে, ঘনে-ঘনে, নিৰন্তৰ, আনুক্ৰমিক।

**ক্ৰীড়া** (PLAY) ঃ খেল, ধেমালি, আমোদ, আনন্দ, আহ্লাদ, প্ৰমোদ, বিলাস, খেলন, লীলা, বিহাৰ, কেলি, তুষ্টি।

**ক্ৰোধ** (ANGER) ঃ খং, ৰোষ, তেজ, কোপ, অসহিষ্ণুতা, ৰুষ্টি, ৰাগ, উত্তেজনা, অসন্তোষ, সংৰম্ভ, মন্যু, অমৰ্ষ, অমৰ্ষণ।

**ক্লান্ত** (FATIGUED) ঃ ভাগৰুৱা, শ্ৰান্ত, অৱশ, অৱসন্ন, অলস, বিবশ, বিবুদ্ধি, বিহ্বল, দুৰ্বল, পৰিশ্ৰান্ত, প্ৰতিহত, পৰাহত, নিষ্ক্ৰিয়, স্ফূৰ্তিহীন, নিস্তেজ, নিৰস্ত, গ্লান, খিন্ন, জাতখেদ, লবেজান, লেবেজান।

**ক্লীৱ** (IMPOTENT) ঃ নপুংসক, ভীৰু, কাপুৰুষ, অজনক, অজনিকা, শণ্ড, বৃহন্নলা, পুৰুষত্বহীন, অপুৰুষ, অক্ষম, অকৰ্মণ্য, কঞ্চুকী, ক্ষীণৰেতঃ নিৰ্বীৰ্য, পুংসত্বহীন, বীৰ্যহীন, ষণ্ড।

**ক্লেশ** (TROUBLE) ঃ দুখ, দুৰ্গতি, যন্ত্ৰণা, যাতনা, কষ্ট, পীড়া, জ্বালা, ব্যথা, বেদনা, বেজাৰ, বিপত্তি, বিপদ, খেদ, শোক, বাধা, আতি, আপদ, আপত্তি, সংকট, সন্তাপ।

## [ খ ]

**খঁকুৱা** (VORACIOUS) ঃ অতিভক্ষক, অত্যাহাৰী, অদ্মৰ, আদ্যুন, অতিভোজী, গধ্নু, বহুভোজী, উদৰম্ভৰি, কুক্ষিম্ভৰি, ধস্মৰ, ৰাইকহু, ৰাহু, লুভীয়া, লুতুৰা, উদৰসৰ্বস্ব, ঔদাৰিক, উদৰপৰায়ণ, ভোজনবিলাসী, ভোজনপ্ৰিয়।

**খচৰা** (DRAFT) ঃ পাণ্ডুলিপি, আঁচনি, আৰ্হি, টোকা, লেখ, আলেখ্য, ধনাৰ্পণাদেশ।

**খণ্ড** (PIECE) ঃ ডোখৰ, ভাগ, বিভাগ, বিভাজন, হৰণ, টুকুৰা, এখন, এছেও, অৱয়ব।

**খণ্ডন** (REFUTING) ঃ ভঞ্জন, ছেদন, ছেদ, কাটন, কৰ্ত্তন, নিৰসন, অস্বীকাৰ, অপ্ৰমান।

**খবৰ** (NEWS) ঃ বাতৰি, সম্বাদ, বাৰ্ত্তা, ঘটনাপ্ৰবাহ, বিৱৰণ, সন্ধান, বৃত্ত, বৃত্তান্ত, বিবৃতি, সমাচাৰ, পৰিস্থিতি, প্ৰতিবেদন, সন্দেশ, বাচিক, বিজ্ঞাপন, গুজব, ইস্তাহাৰ, ঘোষণা।

**খৰখেদা** (QUICK) ঃ খৰ, শীঘ্ৰ, লৰালৰি, বেগাবেগি, ততাতৈয়া, ততাভুকুতা, হুৰমুৰ, ক্ষিপ্ৰ, দ্ৰুত, ত্বৰিত।

**খৰাং** (DRY) ঃ খৰ, শুষ্ক, ৰুক্ষ, শুকান, নীৰস, নিৰস, ৰসহীন, নির্জল, অনার্দ্র, অসাৰ।

**খল** (WICKED) ঃ টুটকীয়া, কপটীয়া, দুর্জন, ধূর্ত্ত, দুষ্ট, নীচ, প্ৰবঞ্চক, প্ৰতাৰক, ভণ্ড, অধম, দুৰাত্মা, দুর্বৃত্ত, দুর্দান্ত, উদ্ধত, ঠগ, লম্পট, পাষণ্ড, কুখ্যাত, অসাধু, অধর্মী, দুৰাচাৰ, পাতকী, বিশ্বাসঘাতক, কৃতঘ্ন, চয়তান, অত্যাচাৰী।

**খাদ্য** (EATABLE) ঃ অন্ন, আহার্য্য, ভোক্তব্য, ভোজনসামগ্ৰী, ভোজ্যদ্ৰব্য, ভোজনদ্ৰব্য, খাদ্যদ্ৰব্য, ভক্ষদ্ৰব্য, ইৰা, খোৰাক, ৰচদ, দানা, দানা-পানী, পথ্য, সেব্য, লেহ, লেহন, চর্ব্য, শোহা, চোঁহা।

**খাৰ** (ALKALI) ঃ ছাই, ভস্ম, ক্ষাৰ, বিভূতি, ছাই-লোণ, সর্জিকা, কাপোত।

**খাল** (DITCH) ঃ নলা, নৰ্দমা, গৰ্ত, কুহৰ, খাত, উপকুল্যা, খেয়, পৰিখা, কুল্যা।

**খুন** (MURDER) ঃ হত্যা, নৰহত্যা, হনন, সংহাৰ, নিধন, নাশ, বিনাশ, ৰক্তপাত।

**খিৰিকী** (WINDOW) ঃ গবাক্ষ, বাতায়ন।

**খুৰা** (UNCLE) ঃ পিতৃব্য, খুৰাদেউ, দদাইদেউ, দদাই, সৰুপিতা, সৰুদেউতা, মাজুদেউতা, মাজুপিতা, চানাপিতা।

**খেতি** (CULTIVATION) ঃ কৃষি, কৃষিকর্ম, হলকর্ম, ক্ষেত্ৰকর্ম, কর্ষণ; পৰিশীলন।

**খেতিয়ক** (CULTIVATOR) ঃ কৃষক, কিষাণ, কৃষাণ, কিৰিষণ, হলধৰ, সৈৰিক, সৈৰন্ধ্ৰ, কর্ষক, কুড়ম্বী, ক্ষেত্ৰাজীৱ, ক্ষেত্ৰী।

**খেলা** (PLAY) ঃ ধেমালি, ক্ৰীড়া, খেল, তামাছা, কেলি, লীলা, ৰং।

**খেলি-মেলি** (DISORDER) ঃ বিশৃঙ্খলা, হুলস্থূল, অসংযত, উশৃংখল, অসংযমী, সংযমহীন, অস্তব্যস্ততা, ক্ৰমভঙ্গ, সংকুল।

**খোদিত** (ENGRAVED) ঃ অঙ্কিত, মুদ্ৰিত, চিত্ৰিত, লিখিত, উৎকীর্ণ, চিহ্নিত।

**খোলা** (OPEN) ঃ মেলা, ফাঁক, ব্যৱধান, অন্তৰ, অনাবৃত, অপাবৃত্ত, খালি, উন্মুক্ত, মুকলি, উন্মীলিত, প্ৰকাশিত, ব্যক্ত, পৰিস্ফুট, স্পষ্ট, প্ৰশস্ত, অৰুদ্ধ, অবদ্ধ, শূন্য।

**খোলোচা** (CLEAR) ঃ পোনপটীয়া, পৰিষ্কাৰ, স্পষ্ট, পৰিস্ফুট, নিঃসন্দেহ, ব্যক্ত।

**খ্যাতি** (REPUTATION) ঃ সুখ্যাতি, প্ৰসিদ্ধি, যশস্যা, সুনাম, যশ, সন্মান, মান, প্ৰখ্যাতি, লোকপ্ৰিয়তা, জনপ্ৰিয়তা, শ্লোক, সুযশ, নাম, প্ৰশংসা, অভিজাত্য,

সুপ্ৰসিদ্ধি, প্ৰতিপত্তি, প্ৰতিষ্ঠা, সম্ভ্ৰম, ইজ্জৎ, কীৰ্তি, বিশ্ৰুতি, নামযশ, নিৰ্ঝঢ়ি।

**খ্যাতিমন্ত** (RENOWNED) ঃ খ্যাত, বিখ্যাত, খ্যাতাপন্ন, নামজাদা, প্ৰতিষ্ঠিত, নামজ্বলা, সুযশা, প্ৰখ্যাত, প্ৰসিদ্ধ, খ্যাতিসম্পন্ন, পুন্যশ্লোক, যশস্বী, যশোধৰ, লব্ধকীৰ্তি, লব্ধপ্ৰতিষ্ঠ, নামডাক, লোকবিশ্ৰুত, প্ৰথিত, সুশংস, কীৰ্ত্তিপ্ৰদ, উৎকৃষ্ট, প্ৰতিপত্তিশালী।

## [ গ ]

**গংগা** (THE RIVER GANGES) ঃ অলকানন্দা, ভাগীৰথী, জাহ্নবী, মন্দাকিনী, পতিতপাৱনী, পুণ্যতোয়া, পূতোদকা, পুণ্যোদকা, পাৱনী, অধ্বগা, পতিতোদ্ধাৰিণী, পাতালগঙ্গা, হৈমৱতী, ভোগৱতী, গঙ্গিকা, গঙ্গকা, গান্দিনী, কিৰাতী, বিষ্ণুপদী, ত্ৰিধাৰা, ত্ৰিপথগামিনী, ত্ৰিপথগা, ত্ৰিস্ৰোতা, ধৰ্মদ্ৰৱী, সৰযু, সৰিদ্বৰা, সুৰসসিৎ, সুৰধুনী, সিদ্ধাপগা, স্বাপগা, সুৰনদী, স্বৰ্বাপী, দিব্যনদী, দেৱনদী, ভদ্ৰসোমা, ভীষ্মসূ, হৰশেখৰা।

**গড়** (RHINOCEROS) ঃ গণ্ডাৰ, গণ্ড, গণ্ডক, গণ্ডাংগ, গণোৎসাহ, তৈতিল, বাঘ্ৰীণস, বাৰ্ঘ্ৰীণস, খৰ্গধেনু, খৰ্গধেনুকা, একশৃংগ, একচৰ, বজ্ৰচৰ্মা, খৰ্গ, খৰ্গী।

**গছ** (TREE) ঃ তৰু, বৃক্ষ, উদ্ভিদ, পাদপ, নিৰ্মুটি, দ্ৰুম, পত্ৰী, পৰ্ণী, বিটপী, অটবী, মহীৰুহ, বনস্পতি, গুল্ম, দ্ৰুমৰাজ, ব্ৰততী, বল্লী, বল্লৰী, অংঘ্ৰিপ, ভূপদ, অগচ্ছ, ৰুক, পল্লবী, কল্পতৰু, কল্পদ্ৰুম, কল্পবৃক্ষ, তৰুবৰ, ঔষধি, উদ্ভিজ্জ, মহাদ্ৰুম, মহীজাত, ভূৰুহ, শিগ্ৰু, শাখী, জৰ্ণ, কুজ, ক্ষিতিৰুহ, উৰ্বীৰুহ, উদ্ভেদ, তৰুৰাজ, কৰালিক, অগম, অগচ্ছ, বিৰুদ, বিৰিখ, গছনি, পৰ্ণখণ্ড।

**গজমূৰ্খ** (FOOLISH) ঃ জধামূৰ্খ, অতিমূৰ্খ, মহামূৰ্খ, গণ্ডমূৰ্খ, অজ্ঞানী, মতিহীন, মন্দ, মূঢ়, মুৰ্খ।

**গজালি** (SPROUT) ঃ অংকুৰিত, পল্লবিত, স্ফুটিত, প্ৰৰোহিত, মঞ্জৰিত, গাঁজ।

**গঠন** (CONSTRUCTION) ঃ গঢ়, ৰূপ, আকৃতি, আকাৰ, নিৰ্মাণ, গঢ়ন, সৃজন, সৃষ্টি, আয়োজন, প্ৰস্তুত, তৈয়াৰী।

**গঠিত** (BUILT) ঃ সজা, নিৰ্মিত, কৃত, সৃষ্টি, আয়োজিত, ৰচিত, সম্পন্ন।

**গঢ়** (FORM) ঃ আকৃতি, ৰূপ, ধৰণ, আচৰণ, স্বভাব, আকাৰ, গঢ়-পিট, আকাৰ-প্ৰকাৰ, গঢ়-গতি।

**গণ** (MULTITUDE) ঃ বৰ্গ, শ্ৰেণী, সকল, বিলাক, সমূহ, দল, জুম, জাক, জাতি, সমাজ, বৃন্দ, ৰাশি।

**গণনা** (CALCULATION) ঃ গণ্তি, হিচাপ, উল্লেখ, গণন, কলন, সংখ্যান, আকলন, বিগণন, সংখ্যাকৰণ, লেখ।

**গণিকা** (PROSTITUTE) ঃ নটিনী, নটী, বাৰনাৰী, বাৰবধু, বেশ্যা, পতিতা, দেহোপজীৱিনী, বাৰাংগনা, নাটেশ্বৰী, ক্ষুদ্ৰবধূ, জনপদবধু, ৰূপাজীৱা, স্পৰ্শা, পণাংগনা, কুলটা, বাৰবণিতা,ৰক্ষিতা, অসতী, ব্যভিচাৰিণী, ভ্ৰষ্টা, পণ্যাংগনা, নগৰনটী, ৰতায়নী, সঞ্চাৰিকা, প্ৰেষণী, যৌনকৰ্মী, ধৰ্ষিণী, স্বৈৰিণী, ৰাণ্ডী, পণ্যস্ত্ৰী, ভোগ্যা, কামলেখা, ছিন্না, অজ্জুকা।

**গণ্ডগোল** (UPROAR) ঃ হাই-উৰুমি, গোলমাল, হুলস্থূল, কাজিয়া, চিঞঃৰ-বাখৰ, বিবাদ, বিপ্লৱ, কলহ, কলি, বিগ্ৰহ, বিপ্ৰতিপত্তি।

**গণেশ** (GANESH) ঃ একদন্ত, গণপতি, গণনাথ, গজানন, গণদেৱতা, বিনায়ক, বিঘ্ননাশন, বিঘ্নহৰ, বিঘ্নহাৰী, বিঘ্নবিনাশক, বিঘ্নেশ, বিঘ্নৰাজ, বিঘ্ননায়ক, লম্বোদৰ, হেৰম্ব, সিদ্ধিদাতা, একদংষ্ট্ৰ, কুঞ্জৰবদন, কৰিমুখ, দ্বিহেদ, দ্বৈমাতুৰ, পৃষ্ণিশৃংগ, মূষকাঞ্চন, লম্বকৰ্ণ।

**গৎ** (MANNER) ঃ ধাৰা, গত, অভ্যাস, গতি, নিয়ম, অৱস্থা, প্ৰকাৰ, স্বভাব, প্ৰণালী, ৰীতি, আদৰ্শ, নমুনা, দেশাচাৰ, ক্ৰম, কায়দা, দস্তুৰ, পৰম্পৰা, ঐতিহ্য, কিম্বদন্তি।

**গতানুগতিক** (CURRENT) ঃ সাধাৰণ, চিৰাচৰিত, বিধিবদ্ধ, নিয়মিত, প্ৰচলিত, বিশেষত্বহীন, বিৰক্তিকৰ, বৈচিত্ৰহীন, ৰীতিমত, অবিৰল, সামান্য।

**গতি** (MOTION) ঃ গমণ, বেগ, ব্যৱস্থা, অৱস্থা, প্ৰকৃতি, চলাচল, যাতায়াত, চলন, ভ্ৰমণ, ক্ৰান্তি, দশা, পন্থা, স্ৰোত, সোঁত, প্ৰবাহ, ধাৰা, দৌৰ, গতিময়তা, গতিশীলতা, সচলতা।

**গতিবিধি** (BEHAVIOUR) ঃ আও-ভাও, চাল-চলন, ৰেহ-ৰূপ, নিয়ম-প্ৰণালী, কাৰ্যকলাপ, আচৰণ, প্ৰৱণতা, প্ৰবৃত্তি, আচাৰ, চৰিত্ৰ।

**গতিশীল** (MOVING) ঃ চলন্ত, সচল, চলমান, কাৰ্য্যকৰ, অস্থিৰ, অস্থাবৰ, গমনশীল, বিচৰণশীল, পৰিভ্ৰমী, ক্ৰমমান, ঋত, সঞ্চালিত, সঞ্চৰিত,

জঙ্গম, প্ৰাণযুক্ত, সঞ্চাল্য, গম্যমান, গত্বৰ, ধাবিত, সঞ্চৰমাণ।

**গতিহীন** (MOTIONLESS) : অচল, নিশ্চল, স্থাৱৰ, স্তব্ধ, গতিৰহিত, স্থিৰ, নিস্পন্দ, অবিচল, জড়, ৰুদ্ধ, আৱদ্ধ, বদ্ধ, স্থৱিৰ, স্থানু।

**গন্ধ** (SMELL) : গোন্ধ, ঘ্ৰাণ, সৌৰভ, সুগন্ধ, দুৰ্গন্ধ, পূতিগন্ধ, সুৰভি, বাচ, সুবাস, সৌৰভ্য।

**গভীৰ** (DEEP) : অগাধ, দ, প্ৰগাঢ়, অপৰিমেয়, নিবিড়, গাঢ়, গহন, নিম্ন অস্থান, অতলস্পৰ্শ।

**গম্ভীৰ** (GRAVE,) : গহীন, ধীৰ, গভীৰ, গধুৰ, স্থিৰ, অলঘু, গুৰু-গম্ভীৰ, সমাহিত, উদাৰ, প্ৰশান্ত, গুৰু, মহৎ।

**গৰখীয়া** (COWHERD) : ৰাখোৱাল, গোপাল, গোপালক, গোপ, গোৰক্ষক, আভীৰ, বল্লৱ, গোদুহ, গোসংখ্য, মহাশূদ্ৰ।

**গৰজ** (NECESSITY) : প্ৰয়োজন, দৰ্কাৰ, আগ্ৰহ, স্বাৰ্থ, অভিলাষ, আৱশ্যকতা, অনিবাৰ্যতা, অপৰিহাৰ্যতা।

**গৰম** (WARMTH) : উষ্ম, তাপ, জহ, উষ্ণ, উত্তপ্ত, তপ্ত, জ্বলন্ত, ইষদুষত, অত্যুষ্ণ, দাহ, ঘৰ্ম, আতপ, নিদাঘ।

**গৰাকী** (OWNER) : পতি, স্বামী, নাথ, মালিক, অধিকাৰ, অধিকাৰী, স্বত্বাধিকাৰ, স্বত্বাধিকাৰী, মনিব, প্ৰভু।

**গৰিব** (POOR) : দুখীয়া, দৰিদ্ৰ, দীন, দীনহীন, দুৰ্গত, দেৱলীয়া, অকিঞ্চন, অভাৱী, অস্বচ্ছল, অনাথ, ভিখাৰী, ৰিক্ত, ভোকাতুৰ, ভীক্ষুক,।

**গৰ্ব** (PRIDE) : অহঙ্কাৰ, ফুটনি, দৰ্প, গপ, গৰিমা, মহিমা, মহত্ব, মৰ্য্যাদা, গৌৰব, স্বাভিমান, অহমিকা, স্পৰ্দ্ধা, অভিমান, দম্ভ, আস্ফালন, বিক্ৰম, বাহাদুৰি, আড়ম্বৰ, প্ৰমত্ততা, মদ, তেজ, শ্লাঘা, প্ৰতিস্পৰ্দ্ধা, বিজিগীষা।

**গৰ্ভ** (WOMB) : পেট, উদৰ, ভ্ৰূণ, পাকস্থলী, জঠৰ, কুক্ষি, কোষ্ঠ, গৰ্ভাৰম্ভ, গৰ্ভাশয়, জৰায়ু।

**গৰ্হিত** (BLAMED) : নিন্দিত, নীচ, মন্দ, অনুচিত, অশোভন, নিন্দনীয়, নিষিদ্ধ, বেঠিক, অবিহিত, অকৰণীয়, অযৌক্তিক, দূষনীয়।

**গল্প** (STORY) : আখ্যান, কাহিনী, কথা, সাধুকথা, বৃত্তান্ত, বিৱৰণ, আখ্যায়িকা, উপাখ্যান, কিম্বদন্তি, গাথা, ইতিবৃত্ত, গুজব, বিবৰণী।

**গহনা** (ORNAMENT) ঃ অলঙ্কাৰ, ভূষণ, আভূষণ, আভৰণ, বিভূষণ, ভূষা, মণ্ডন।

**গাই** (COW) ঃ গাইগৰু, ধেনু, গাভী, দোগ্ধী, দুগ্ধৱতী, খীৰতী, গবী, দুহ্য, অৰ্জুনী, অনডুহী, অনড্বাহী, অৰ্ঘ্যা, গো, ঋষভী, উস্ৰা, উষা, তংপা, তংবা, তংবিকা, নিলিংপা, নিলিংপিকা, বহুলা, মাহেয়ী, শৃংগিণী, সৌৰভেয়ী, অকহায়ণী, ত্ৰিহায়ণী, বঞ্জুলা, গোমতল্লিকা, নৈচিকী, উপসৰ্যা, পলিক্ৰী, বালগৰ্ভিণী, পষ্টৌহী, বন্ধ্যা, বশা, বেহত, বষ্কয়ণী, গৃষ্টি, সমাংসমীনা, সুব্ৰতা, কৰটা, প্ৰস্তুতা, পৰেষ্টুকা, বহুসূতি।

**গাঁও** (VILLAGE) ঃ গ্ৰাম, পল্লী, বস্তি, মফচল, জনপদ।

**গাৱঁলীয়া** (RURAL) ঃ গএগ্ৰা, গ্ৰাম্য, গ্ৰামীন, গাঁওপৰীয়া, মফচলীয়া, অশিক্ষিত, অমাৰ্জিত, গ্ৰামীয়, প্ৰাকৃত, জানপদ।

**গাখীৰ** (MILK) ঃ দুধ, দুগ্ধ, ক্ষীৰ, গোৰস, উধস্য, উধন্য, জীৱনীয়, পয়স, ধাৰোষত, পীয়ূষ, গব্য, দধি, ক্ষীৰজ, আতঞ্চন, স্তন্য।

**গাড়ী** (CARRIAGE) ঃ বাহন, যান, ৰথ, শকট, শতাংগ, প্ৰবহন।

**গাঢ়** (THICK) ঃ ডাঠ, গভীৰ, ঘন, বহল, শকত, শক্ত, কঠিন, দৃঢ়, নীভূত, অশিথিল, কঠোৰ, কৰ্কশ।

**গাঁত** (HOLE) ঃ খাল, গৰ্ত্ত, গুহা, ফুটা, ছিদ্ৰ, বিন্ধা, ৰন্ধ্ৰ, জলঙা, ফাঁক, ব্যৱধান, সুৰঙ্গ, গহ্বৰ, কুহৰ, বিবৰ, শ্বভ্ৰ, সুষি।

**গাল** (CHEEK) ঃ গণ্ড, কপোল, হনু, গণ্ডস্থল, গণ্ডদোশ, চিবুক, গল্ল, কপোলদেশ, গণ্ডমণ্ডল।

**গালি** (REPROACH) ঃ দুৰ্বাক্য, তিৰস্কাৰ, অপবাদ, নিন্দাবাদ, ককৰ্থনা, বিকৰ্থনা, ভৰ্ৎসনা, ভৰ্ছনা, অপমান, তৰ্ক-বিতৰ্ক, মতানৈক্য, মতান্তৰ, মতভেদ, বাদানুবাদ, কটূক্তি, গঞ্জনা, বকনি, কাজিয়া, বিবাদ, গালিগালাজ, বকাবকি, বাক-বিতণ্ডা।

**গাহৰি** (BOAR) ঃ বৰা, শূকৰ, সূকৰ, বৰাহ, স্তব্ধৰোম, স্থূলনাস, বহুপ্ৰজ, ভূদাৰ, বক্ৰদংষ্ট্ৰ পংকক্ৰীড়নক, পীনস্কন্ধ, পোত্ৰী।

**গুণ** (PROPERTY) ঃ ধৰ্ম্ম, স্বভাব, যশস্যা, বিদ্যা, জ্ঞান, পৰিমাণ, পূৰণ, কাৰণ, হেতু, প্ৰবণতা, প্ৰকৃতি, উপকাৰ, উৎকৰ্ষ, বৈশিষ্ট, বিশেষতা, মহত্ব, মহিমা, লক্ষণ, যোগ্যতা, দক্ষতা, তত্ব, স্বৰূপ, চৰিত্ৰ, গৌৰৱ, গুৰুত্ব, স্বালক্ষণ্য।

**গুপ্ত** (HIDDEN) ঃ লুকোৱা, নিভৃত, গোপনীয়, অপ্রকাশ্য, অজ্ঞাত, অবিদিত, অপ্রকাশিত, গূঢ়, গুহ্য, ৰহস্যাবৃত, আচ্ছাদিত, ছদ্মৱেশী, অজানিত।

**গুৰি** (ORIGIN) ঃ আদি, আৰম্ভ, নিকট, ওচৰ, ৰেণু, কণিকা, মূল, গুৰিকথা, বংশ, উৎপত্তি, সমীপ।

**গুৰু** (TEACHER) ঃ শিক্ষক, শিক্ষাদাতা, ধৰ্মগুৰু, অধ্যাপক, আচাৰ্য্য, জ্ঞানদাতা, মন্ত্ৰদাতা, মাষ্টৰ, উপদেষ্টা, পণ্ডিত, মহান, প্ৰধান, পৰম, মুখ্য, শ্ৰেষ্ঠ, মান্য, পূজ্য, গধুৰ, গভীৰ, গহীন, গম্ভীৰ, ডাঙৰ, বৰ বেছি।

**গুড়** (MOLASSES) ঃ গুৰ, মিঠৈ, লালি, ইক্ষুপাক, ইক্ষুসাৰ, ফাণি।

**গুহা** (CAVE) ঃ গহ্বৰ, কন্দৰ, দৰী, গৰ্ত, গুহ, কটীৰ, কটীৰক।

**গুহ্য** (SECRET) ঃ গোপনীয়, গুপ্ত, গূঢ়, গুহ্যদ্বাৰ, শৌচদ্বাৰ, নিভৃত, প্ৰচ্ছন্ন, ৰহস্য।

**গু** (EXCREMENT) ঃ বিষ্ঠা, মল, ময়লা, মলি, পুৰীষ, শকৃত, গোবৰ, গোময়, পূতিক।

**গৃহ** (HOUSE) ঃ ঘৰ, আবাস, নিবাস, নিলয়, নিধান, নিকেতন, আলয়, আশ্ৰয়, আস্থান, অট্টালিকা, পঁজা, কুটীৰ, আগাৰ, বাসভৱন, ভৱন, হাউলি, প্ৰাসাদ, জুপুৰি, পস্ত্য, গুমুটি, গুদাম, ভঁৰাল, কেতন, গেহ, নিৱেশ, নিৱেশন, নিশান্ত।

**গৃহীত** (ACCEPTED) ঃ অনুমোদিত, স্বীকৃত, প্ৰাপ্ত, লব্ধ, গ্ৰহণ।

**গোচৰ** (SUIT) ঃ নিবেদন, প্ৰত্যক্ষ, প্ৰাৰ্থনা, সাক্ষাত, চাক্ষুষ, ইন্দ্ৰিয়গ্ৰাহ্য, দৃষ্ট, দৃশ্য,পৰিস্ফুট, প্ৰতীয়মান, প্ৰকাশ্য, প্ৰকট।

**গোপন** (CONCEALMENT) ঃ গুপ্ত, গুপুত, গোপ্য, গোপনীয়, সংগোপন, নিভৃত, লুক্কায়িত, নিহ্নৱ, প্ৰচ্ছাদন।

**গোপনীয়** (CONFIDENTIAL) ঃ লুকুৱা, অপ্ৰকাশ্য, আবৰণীয়, নিভৃত, ৰক্ষণীয়, গুপ্ত, গোপন, গূঢ়, ছদ্মৱেশী, অপ্ৰকাশিত, সম্বৰণীয়।

**গোন্ধ** (SMELL) ঃ গন্ধ, ঘ্ৰাণ, আঘ্ৰাণ, বাচ, বাস, সুগন্ধ, সুবাস, সৌৰভ, সৌৰভ্য, দুৰ্গন্ধ।

**গোলমাল** (DISTURBANCE) ঃ গণ্ডগোল, হুলস্থূল, তোলপাৰ, কোৰ্হাল, আটাহ, আলোড়ন, আস্ফালন, উৎপাত, জঞ্জাল, বিভ্ৰাট, বিক্ষোভ, কলহ, বাদানুবাদ, বিশৃঙ্খলা, তৰ্ক-বিতৰ্ক, চিঞৰ-বাখৰ।

গোলা (SHOP) ঃ দোকান, পোহাৰ, বিপনী, ভঁৰাল, গুদাম, গুদামঘৰ, হাট-বজাৰ, ষ্টল, এম্পোৰিয়াম, ডিপো, ভাণ্ডাৰ, পণ্যশালা, নিষদ্যা, কাৰখানা।

গোলাম (SERVANT) ঃ বন্দী, দাস, চাকৰ, ভৃত্য, ক্রীতদাস, কিঙ্কৰ, সেৱক, চেটক, পৰজাত, প্রেষ্য, ভুজিষ্য, পৰিকৰ্মী।

গৌণ (ORDINARY) ঃ অপ্রধান, নগণ্য, উপেক্ষণীয়, নিকৃষ্ট, সাধাৰণ, ন্যূন, লঘু, অদৰ্কাৰী, গৌণকৰ্ম।

গৌৰৱ (GLORY) ঃ মৰ্যাদা, সম্ভ্রম, সন্মান, সুযশ, মহিমা, মহানতা, মহনীয়তা, খ্যাতি, সুনাম, গৰিমা।

গ্রন্থ (BOOK) ঃ পুথি, কিতাপ, পুস্তক, পুস্তিকা, শাস্ত্র, পত্রপুঞ্জ, গ্রন্থখণ্ড, গ্রন্থভাগ।

গ্রস্ত (SWALLOWED) ঃ আক্রান্ত, অভিভূত, আচ্ছন্ন, কবলিত, ভক্ষিত।

গ্রহণ (ACCEPTANCE) ঃ স্বীকাৰ, দখল, কবল, গ্রাস, গ্রহ, প্রতিগ্রহ, উপপ্লৱ।

গ্রাহক (ACCEPTOR) ঃ লওঁতা, কিনোতা, ক্রেতা, গ্রহণকৰ্ত্তা, খৰিদ্দাৰ, উপভোক্তা, পায়কাৰী, ক্রয়িক, ক্রেতৃ।

গ্রীষ্ম (SUMMER) ঃ গৰমকালি, জহকালি, নিদাঘ, উষ্ণক, উষ্ণকাল, উষ্ণাগম, উষ্ম, উষ্মক, উষ্মা।

গ্লানি ( DEFAMATION) ঃ অপবাদ, অপযশ, দুৰ্ণাম, দুঃখ, যাতনা, শ্রান্তি, দুৰ্বলতা, দৌৰ্বল্য।

## [ঘ]

ঘট (PITCHER) ঃ কলহ, টেকেলি, মৃৎপাত্র, পাত্র, আধাৰ, ঘাঁটিকা, ঘটিকা, কলশী, কৰক, অলিঞ্জৰ।

ঘটনা (HAPPENING.) ঃ কাণ্ড, অৱস্থা, বিষয়, অনুষ্ঠান, প্রসঙ্গ, যোজনা, পৰিণাম, পৰিস্থিতি, সংবৃত্তি।

ঘন (THICK) ঃ ডাঠ, নিবিড়, নিসন্ধি, দৃঢ়, একান্ত, ওচৰা-ওচৰি, থেপা-থেপি, নীৰন্ধ্ৰ, সূচীভেদ্য, গাঢ়, শক্ত, স্থূল, সংহত, সান্দ্র।

ঘনিষ্ঠ (NEAREST) ঃ নিকটবৰ্ত্তী, অন্তৰঙ্গ, আন্তৰিক, সন্নিকট, প্রিয়, সুপৰিচিত, অভিন্নহৃদয়, গাঢ়, দৃঢ়, একাত্ম, আত্মীয়, দৃঢ়সখ্য।

ঘৰ্ষণ (RUBBING, MASSAGE) ঃ ঘঁহনি, ঘঁহন, মাজন, পিহন, মৰ্দন, বিমৰ্দন, পেষণ, মালিচ, ঘঁহা-পিহা, অঙ্গমৰ্দন।

ঘৰ (HOUSE) ঃ গৃহ, গেহ, অগাৰ, আগাৰ, আলয়, অট্টালিকা, কেতন, ক্ষয়, ছত্বৰ, ধামা, নিলয়, নিকেতন, নিবসন, নিৱাস, নিবেশ, নিৱেশন, নিশান্ত, পস্ত্য, বুন্দিৰ, ভৱন, মন্দিৰ, মহাকীৰ্তন, বসতি, বসতী, বস্ত্য, বাস, বেশ্মা, শালা, সংবাস, সংস্ত্যায়, সদন, মঞ্জিল, সৌধ, হৰ্ম্য, ধাম, মহল, প্ৰাসাদ, কাৰেং, ৰাজকাৰেং, ৰাজপ্ৰাসাদ, পঁজাঘৰ, পঁজা, পৰ্ণকুটীৰ, কুটী, কুটীৰ, কুটিৰ, জুপুৰী।

ঘঁৰিয়াল (CROCODILE) ঃ কুম্ভীৰ, জলগুঁই, কুম্ভী, নক্ৰ, গোমুখ, মহামুখ, শংখমুখ, গ্ৰাহ, তালুজিহ্ম, মকৰ।

ঘা (WOUND) ঃ ক্ষত, আঘাত, চোট্, জখম, খুন্দা, ব্ৰণ, খহু, গাঁৰ, ফোঁহোৰা।

ঘাম (SWEAT) ঃ ঘৰ্ম, স্বেদ, স্বেদজল, স্বেদবিন্দু, ভাপ, বাষ্প, নিদাঘ, শ্ৰমজল, প্ৰস্বেদন।

ঘিউ (GHEE) ঃ ঘৃত, ঘী, হৱি, সৰ্পিঃ, আজ্য।

ঘুণ (DEFECTIVE) ঃ দোষ, কেৰোণ, ৰদ, অংগক্ষত, বিকল, সদোষ।

ঘৃণা (HATRED) ঃ ঘিণ, বিৰাগ, বিতৃষ্ণা, প্ৰতিকূলতা, অবজ্ঞা, অনাদৰ, অবগণনা, তুচ্ছবোধ, উপেক্ষা, উপহাস, বিদ্বেষ।

ঘেৰ (BOUNDARY) ঃ বেৰ, মেৰ, পৰিধি, বেষ্টনী, প্ৰাচীৰ, সীমা, প্ৰান্ত।

ঘেঁহু (WHEAT) ঃ গম, গোধূম, প্ৰবট, ম্লেচ্ছভোজ্য, সুমন।

ঘোৰ (HORRIBLE) ঃ ভয়ানক, ভয়ঙ্কৰ, প্ৰবল, দাৰুণ, নিদাৰুণ, অতিশয়, প্ৰচণ্ড, প্ৰখৰ, ভীষণ, ভয়াবহ, উগ্ৰ, বিষম, খুব, দুঃসহ, বিকট, উৎকট, তীব্ৰ, ৰুদ্ৰ।

ঘোঁৰা (HORSE) ঃ অশ্ব, অৰ্বা, এতশ, কিঙ্কী, কুণ্ডী, কীকট, কুদৰ, কেসৰী, ক্ৰমণ, ক্ৰান্ত, গ্ৰহভোজন, ঘোট, ঘোটক, চামৰী, তুৰগ, তুৰংগ, তুৰংগম, প্ৰকীৰ্ণ, প্ৰকীৰ্ক, প্ৰোথী, মৰুদ্ৰথ, মাষাশী, বাজী, বাডব, বাডবেয়, বাহনশ্ৰেষ্ঠ, বাতায়ন, বাহ, বীতি, শালিহোত্ৰী, সপ্তি, সৈন্ধব, হয়, হ্ৰেষী, ঘুঁৰী, ঘোটকী।

ঘোষণা (PROCLAMATION) ঃ জাননী, বিজ্ঞপ্তি, ইস্তাহাৰ, প্ৰচাৰ, ঘোষণা-পত্ৰ, প্ৰকাশ, জ্ঞাপন, বিজ্ঞাপন, ৰটনা, প্ৰখ্যাপন, উদ্‌ঘোষণা।

সিদ্ধিলাভ, আত্মসিদ্ধি, অষ্টসিদ্ধি, সমাধি, পূণ্যফল, পুৰুষাৰ্থ, বিমোচন।

**নিৰ্বাসন** (EXILE) ঃ দ্বীপান্তৰ, দেশান্তৰ, বহিষ্কৰণ, বহিষ্কাৰ, বৰ্জন, বিতাড়ন, বিবাসন, বহিৰ্দেশবাস, বহিৰ্দেশস্থিত, নিষ্কাসন।

**নিৰ্বোধ** (IGNORANT) ঃ অজ্ঞান, মূৰ্খ, অজলা, অজ্ঞ, অনক্ষৰ, অপণ্ডিত, অপ্ৰাজ্ঞ, অশিক্ষিত, নিৰক্ষৰ, বিদ্যাহীন, অনভিজ্ঞ, অনুপলব্ধ, মূঢ়।

**নিৰ্ভয়** (FEARLESS) ঃ নিঃশঙ্ক, সাহিয়াল, সাহসী, নিৰ্ভীক, অভয়, নিৰ্ভয়, ধৃষ্ট, ভয়শূন্য, প্ৰগল্‌ভ, বিক্ৰান্ত।

**নিৰ্ভৰ** (RELIANCE) ঃ ভাৰসা, আশ্ৰয়, আস্থা, অৱলম্বন, বিশ্বাস, অপেক্ষা, শৰণ, প্ৰত্যয়, নিবন্ধন, পৰাধীনতা।

**নিৰ্মল** (PURE) ঃ পৰিষ্কাৰ, মলশূন্য, নিকা, পবিত্ৰ, শুদ্ধ, সৰল, বিমল, শুচি, ধৌত, মসৃণ, পৰিস্ফুট, নিষ্পাপ।

**নিৰ্মাণ** (FORMATION) ঃ প্ৰস্তুতি, তৈয়াৰ, সৃষ্টি, সৃজন, গঠন, ৰচনা, সৰ্জন, স্থাপন, নিষ্পাদন, নিৰ্মিত।

**নিৰ্মূল** (ERADICATE) ঃ নিশ্চিহ্ন, উৎখাত, উৎসাদিত, লুপ্ত, অৱলুপ্ত, উচ্ছন, বুন্দামাৰ, উচ্ছন্ন, মুলোচ্ছেদ, উচ্ছেদ, বিনাশ, উন্মূল।

**নিলাজ** (SHAMELESS) ঃ নিৰ্লজ্জ, অবিনীত, অসভ্য, অশিষ্ট, গ্ৰাম্য, অযোগ্য, নিন্দ্য, নিধক, নিৰ্গত, অনুপপন্ন, ধদুৱা, চপনীয়া, বেচৰম, চেৰা-বলিয়া, লজ্জাহীন, নাক-কটা।

**নিৰ্যাস** (EXTRACT) ঃ ৰস, আৰক, ক্বাথ, কোৱাথ, আঠা, এঠা, সাৰ, নিস্যন্দ।

**নিশব্দ** (SILENT) ঃ নিজম, নিটাল, নিটল, নিমাত, নীৰব, নিমাওমাও, নিঃশব্দ, মূক, তুষ্ণী, অনালাপী, মৌনী।

**নিশ্চয়** (CERTAIN) ঃ নিৰ্ণয়, যথাৰ্থ, স্বৰূপ, ঠিক, নিঃসন্দেহ, ধাৰ্য্য, নিধাৰ্য্য, স্থিৰীকৃত, অৱশ্যম্ভাৱী, সন্দেহাতীত, অখণ্ডনীয়, স্বতঃসিদ্ধ,অকাট্য, গ্ৰহণীয়, সনিশ্চয়, অসন্দিগ্ধ, নিয়ত, অমোঘ, বিশ্বসনীয়, নিঃসন্দেহ।

**নিশ্চিত** (ASCERTAINMENT) ঃ সন্দেহাতীত, নিঃসন্দেহ, নিঃসংশয়, অৱধাৰিত, সুনিশ্চিত, নিৰূপিত, নিৰ্ণীত, সুদৃঢ়।

**নিষিদ্ধ** (PROHIBITED) ঃ অবিহিত, অসংযত, নিবাৰিত, অবৈধ, গৰ্হিত,

বেআইন, অননুমোদিত, নিষেধ, প্ৰত্যাখ্যাত, বাৰণ, বাধা, নামঞ্জুৰ, অপ্ৰীতিকৰ, বীভৎস।

**নিষ্ঠা** (CONFIDENCE) ঃ শ্ৰদ্ধা, দৃঢ়-ভক্তি, আগ্ৰহ, অনুৰোধ, বিশ্বাস, অনুৰক্তি, ভক্তি, সততা, আন্তৰিকতা, ঐকান্তিকতা, সহৃদয়তা, মনোযোগ, প্ৰত্যয়, সত্যপ্ৰতিজ্ঞ, সত্যসন্ধ, দৃঢ়তা।

**নিষ্ঠুৰ** (INHUMAN) ঃ নিৰ্দয়, নিৰ্মম, নিঠুৰ, নৃশংস, হিংস্ৰ, ক্ৰুৰ, জঘণ্য, ঘাতক, অবিনীত, অমানবিক, অমানুষিক, অদয়, দয়াহীন, মাৰাত্মক, দাৰুণ, কঠোৰ, নিঘৃণ।

**নিসঙ্গ** (ALONE) ঃ নিঃসঙ্গ, সঙ্গহীন, একান্ত, একাকী, একক, অকলশৰীয়া, অসহায়, অসংস্ৰব, নিৰল, নিৰলা।

**নিসন্তান** (CHILDLESS) ঃ অপুত্ৰক, বন্ধ্যা, বাঁজী, আঁঠুকুৰী, সন্তানহীনা, নিৰপত্য, অনুৰ্বৰ, মৃতবৎসা, অনপত্য, নিছুৰীয়া।

**নিহত** (KILLED) ঃ মৃত, হত, মৰা, হত্যা, প্ৰাণনাশ, বধ্য, বধাই।

**নিস্তেজ** (PALE) ঃ শেঁতা, ঢেলা, দীপ্তিহীন, শক্তিহীন, তেজহীন, বিবৰ্ণ, পাণ্ডু, পাণ্ডুৰ, অস্ফুট, মন্দপ্ৰভ, ম্লানকান্তি।

**নীচ** (MEAN) ঃ অধম, দুষ্ট, নিকৃষ্ট, হীন, তল, নিম্ন, নিম্নস্থ, অনগ্ৰসৰ, দলিত, নিষ্পেষিত, ইতৰ, তুচ্ছ, নগণ্য, পামৰ, মন্দ, দুৰ্গত, অমাৰ্জিত, অসম্ভ্ৰান্ত, বদমাছ, বৰ্বৰ, অসভ্য, জঘণ্য, সদোষ, অপকৃষ্ট, কুৎসিত।

**নীতি** (MORALITY) ঃ ৰীতি, দস্তুৰ, আচাৰ, ব্যৱহাৰ, আচৰণ, মতবাদ, তত্ত্ব, আস্থা, ভৰসা, নিয়ম, সদাচাৰ, বিধান, ঔচিত্য, নৈতিকতা, ন্যায়।

**নীৰৱ** (SILENT) ঃ নিঃশব্দ, নিমাত, নিৰ্বাক, নিশ্চল, চুপ, বাক্‌ৰুদ্ধ, বাক্‌সংযম, মৌন, মুক, মৌনাৱলম্বন, অভাষণ, অনালাপী।

**নীৰস** (JUICELESS) ঃ নিৰস, শুষ্ক, ৰুক্ষ, শুকান, ৰসহীন, আৰ্দ্ৰতা, নিৰ্জল, অনাৰ্দ্ৰ, অসাৰ, তৃষিত, বিৰস, বিস্বাদ, অৰুচিকাৰক।

**নীৰোগ** (HEALTHY) ঃ নিৰোগ, ৰোগহীন, অনাময়, নিৰাময়, কুশল, সুস্থ, স্বস্থ।

নূপুৰ (RATTLING) ঃ জুনুকা, নেপুৰ, ঘুগুৰা, ঘৰ্ঘৰিকা, কংকণী, শিঞ্জিনী, মঞ্জীৰ, ঝণৎকাৰ, ক্বণনী, প্ৰজল্পন।

নেউল (MONGOOSE) ঃ নকুল, নেল, সৰ্পহা, বিষবৈদ্য, অংগুষ, কশ, ফিংগল, বভ্ৰু।

নেজ (TAIL) ঃ নেগুৰ, লেজ, ফিছা, ফান, পুচ্ছ, লাংগুল, লাংগূল, লুম, বালধি, বালহস্ত।

নেতা (LEADER) ঃ নায়ক, পথপ্ৰদৰ্শক, অগ্ৰগামী, মুখিয়াল, মুখপাত্ৰ, দলপতি, পৰিচালক, নিয়ন্ত্ৰক, নিৰ্দেশক, পথিকৃত, তত্ত্বাৱধায়ক, পুৰোধা, চৰ্দাৰ, সেনাপতি, বাহিনীপতি, পুৰোগামী, মাগদৰ্শক, উপদেশক, উপদেষ্টৃ, দফাদাৰ।

নেপথ্য (GREEN-ROOM) ঃ ছোঁ-ঘৰ, অন্তৰাল, অন্তঃপুৰ, ভিতৰ।

ন্যায্য (PROPER) ঃ উচিত, যুক্তিযুক্ত, যুক্তিসঙ্গত, যথাযথ, যথাযোগ্য, যথাৰ্থ, ঠিক, সমুচিত, ন্যায়সঙ্গত, যোগ্য, অপ্ৰমত্ত, যথাৰ্হ, অপক্ষপাতী।

ন্যায় (PROPER) ঃ সুবিচাৰ, সত্য, সততা, ঔচিত্য, যুক্তি, নীতি, উপযুক্ততা।

নোম (HAIR) ঃ লোম, ৰোম, তনূৰুহ, অংগৰুহ, অংগৰোম, অংগলোম, গাত্ৰৰুহ।

## [ প ]

পইতাচোৰা (COCKROACH) ঃ তেলভৌকা, তেলভকুৰা, তেলপোকা, পইতাচুৰুণী, ঘৃতেলী।

পকা (MATURE) ঃ পক্ক, নিপুণ, পৰিপক্ক, পৰিণত, পৰিপুষ্ট, সুৰস, মিষ্ট, পূয়পূৰ্ণ, পটু, প্ৰবীণ, বিশাৰদ।

পংগু (HANDICAP) ঃ বিকলাংগ, অংগহীন, অক্ষম, প্ৰতিবন্ধী, খঞ্জ, খোৰা, খুৰী, লেঙেৰা, লেঙেৰী, চাকোলা, চাকুলী, অশক্ত, নিৰ্বল, ৰুগ্ন, ৰোগাতুৰ।

পচা (ROTTEN) ঃ গেলা, অপবিত্ৰ, গলিত, কলুষ, পূতি, পূতিক, পূতিগন্ধা, দুষিত, দুৰ্গন্ধ, পৰ্যুষিত, বাহি, ভেজাল, কৃত্ৰিম, নকলী।

**পছন্দ** (SELECTION) ঃ মনখোৱা, ৰুচি, অভিৰুচি, বাছনি, মনোনীত, আসক্তি, অনুৰাগ, প্ৰীতি।

**পঠন** (READING) ঃ পঢ়া, বিদ্যা, শিক্ষা, শিক্ষণ, অধ্যয়ন, লেখা-পঢ়া, পঢ়াশুনা, পাঠ, জ্ঞান, চৰ্চ্চা, অনুশীলন, অভ্যাস, পাঠাভ্যাস, বিদ্বত্তা।

**পণ** (PROMISE) ঃ অঙ্গীকাৰ, প্ৰতিজ্ঞা, কিৰা, সংকল্প, শপত, শপথ, প্ৰতিগ্ৰহ, সত্যাৰ্পণ, প্ৰতিজ্ঞান, প্ৰতিশ্ৰৱ, বচন, সংবিদ্।

**পণ্ডিত** (LEARNED) ঃ শিক্ষক, শাস্ত্ৰজ্ঞ, বিদ্বান, অভিজ্ঞ, প্ৰাজ্ঞ, প্ৰজ্ঞ, বিজ্ঞ, সুজ্ঞ, তত্ত্বজ্ঞ, অধ্যাপক, পাৰ্গত, বিধিজ্ঞ, বিশেষজ্ঞ, সৰ্বজ্ঞ, জ্ঞানী, জ্ঞাতা, জ্ঞানবন্ত, জ্ঞানবান্, জ্ঞানশীল, মেধাবী, মেধাবান, পুৰোধা, মনীষী, সূৰ, সুজান, সুৰী, বেত্তী, সৎ, মুনি, বহুদৰ্শী, বুদ্ধিমান, বুদ্ধিমন্ত, বিচক্ষণ, নিপুণ, পাৰদৰ্শী, দুৰদৰ্শী, ভূয়োদৰ্শী, বুধ, বিবুধ, সুধী, ধীমান, বিদ্বজ্জন।

**পতঙ্গ** (GRASSHOPPER) ঃ পোক, পতঙ্গম, কীট, কীটক, কিটিকা, কৃমি, মহ, মশক, মক্ষি, মক্ষিকা, মাখি।

**পতন** (FALLING-DOWN) ঃ অধোগতি, অৱনতি, অধঃপতন, আপতন, নিপতন, পাতিত্য, প্ৰভ্ৰংশ, ভ্ৰংশ, অধঃপাত, অৱতৰণ, অপকৰ্ষ, ধ্বংস, বিচ্যুতি স্খলন, চ্যুতি, ক্ষৰণ, গৰ্ভপাত, স্ৰৱ, স্ৰৱন, স্ৰাৱ, অৱৰোহণ, পাতন, পদচ্যুতি।

**পতাকা** (FLAG) ঃ নিচান, ধ্বজা, চিন, চিহ্ন, ধ্বজ, ঝণ্ডা, বৈজয়ন্তী, কেতন।

**পত্নী** (WIFE) ঃ ভাৰ্য্যা, ঘৈণী, ঘৰণী, ঘৰিণী, স্ত্ৰী, মাইকী, সহধৰ্ম্মিণী, ধৰ্মপত্নী, কলত্ৰ, দয়িতা, পৰিণীতা, প্ৰণয়িনী, মালিকনী, অংকশায়িনী, পুৰন্ধ্ৰী, ধনিকা, কান্তা, কুটুম্বিনী, গৃহদেৱী, গৃহিণী, প্ৰিয়া, শয্যাসহচৰী, বধু, সধৰ্মচাৰিণী, সহচৰী, দাৰা, কইনা, জায়া, শয্যাসংগিনী, জীৱনসংগিনী, অৰ্ধাংগী।

**পত্ৰ** (LETTER) ঃ চিঠি, কাকত, দলিল, পাত, পৰ্ণ, পল্লৱ, কিশলয়, বল্লৰী, মঞ্জৰী, মুকুল, বিটপ, বৃন্ত, লেখ, নিৰ্দ্দেশ, বাতৰি-কাকত, খবৰ-কাগজ।

**পথ** (ROAD) ঃ বাট, উপায়, আলি, মাৰ্গ, সৰণী, সৰণি, গলি, ৰাজপথ,

পকাৰাস্তা, ৰেলপথ, নদীপথ, পট্টি, গলি, জলপথ, আকাশীপথ, গতিপথ, গিৰিপথ, মৰুপথ, কক্ষপথ, পাথেয়, সেতু, পদ্ধতি, পন্থা, বীথি, বীথিকা।

**পথিক** (TRAVELLER) ঃ বাটৰুৱা, যাত্রী, পান্থ, ভ্রমণকাৰী, পৰিব্রাজক, পৰ্য্যটিক, পথচাৰী, সাৰণিক, মুছাফিৰ, যাত্রিক।

**পদার্থ** (SUBSTANCE) ঃ বস্তু, দ্রব্য, সামগ্রী, পণ্য, মাল, উপাদান।

**পদ্ধতি** (METHOD) ঃ ৰীতি, প্রণালী, প্রক্রিয়া, প্রকাৰ, পন্থা, প্রথা, প্রকৃতি, নিয়ম, ঢং, ক্রম, মার্গ, শৈলী, ধাৰা, উপায়, কৌশল, সূত্র, শৃঙ্খলা, ধৰণ, দেশাচাৰ, চাল-চলন, আচৰণ, দস্তুৰ, কায়দা, বিধান, বিধি, নিৰ্বন্ধ।

**পদ্ম** (LOTUS) ঃ পদুম, পঙ্কজ, পঙ্কৰুহ, পদ্মিনী, পুণ্ডৰীক, পুটকিনী, পুষ্কৰ, কমল, কুমুদ, কুৱল, কুৱলয়, ৰাজীৱ, ৰক্তপাণিক, উৎপল, সৰসিজ, সৰোজিনী, সৰোজ, সাৰস, অব্জিনী, সহস্রপত্র, সৌগন্ধিক, সুনাল, অৰবিন্দ, সৰোৰুহ, অম্ভোৰুহ, অব্জ, অম্বুজ, অম্ভোজ, মৃণাল, মৃণালিনী, নীলোৎপল, সলিলজ-নীৰজ, নলিন, নলিনী, ইন্দিবৰ, তামৰস, শতদল, শাৰদ, শ্রীপর্ণ, শতপত্র, সিতাম্বুজ, কুচ্ছ, সিতাব্জ, কোকনদ, বিসপ্রসুন, বিসকুসুম, বিসজ, কুশেশয়, ইন্দিৰালয়, কালকঞ্জ, বৰোৎপল, গন্ধসোম, লক্ষ্মীগৃহ।

**পৱিত্র** (CLEAN) ঃ শুচি, শুদ্ধ, পূত, নিষ্পাপ, বিশুদ্ধ, শোধিত, পৰিষ্কৃত, পুনীত, অনাবিল, পৱিত্রিত, পৱিত্রীকৃত।

**পৰ** (DIFFERENT) ঃ অন্য, ভিন্ন, ভিন, বেলেগ, দোছোৰা, দ্বিতীয়, অনাত্মীয়, পাৰদেশিক, বৈদেশিক, অপৰিচিত, অনভ্যস্ত, অনভিজ্ঞ, আগন্তুক, অভ্যাগত, পৰজন, গৃহাগত।

**পৰম্পৰা** (SUCCESSION) ঃ অনুক্রম, পাৰম্পৰ্য্য, ঐতিহ্য, ক্রমান্বয়, অনুবর্ত্তিতা, পৰ্য্যায়, ধাৰা, ক্রম, বংশ, কুলপৰম্পৰা, জাতি, কুল, গোত্র, বর্গ।

**পৰাকাষ্ঠা** (EXCESSIVENESS) ঃ চড়ান্ত, চৰমোৎকর্ষ, পৰম, আতিশয্য, বাহুল্য, অতিশয়, আধিক্য, অতিক্রম, অত্যাচাৰ, অনিগ্রহ, অনিয়তাচাৰ, পৰমাবধি, অতিকষ্ট, মহাসংকট।

**পৰাক্রম** (STRENGTH) ঃ বীৰত্ব, শক্তি, বীর্য, বল, বশ, শৌর্য্য, ক্ষমতা, বিক্রম, প্রতিষ্ঠা, প্রতিপত্তি, পুৰুষকাৰ, প্রতাপ, প্রভাৱ, প্রাবল্য, সাহস, সবলতা,

সামৰ্থ, সামৰ্থ্যবান, হিম্মত, তেজস্বিতা, ওজস্বিতা, অধিকাৰ, আধিপত্য।

**পৰাজিত** (DEFEATED) ঃ পৰাস্ত, পৰাভূত, পৰাহত, হৰা, ঘটা, ব্যৰ্থ, অকৃতকাৰ্য, নিৰ্জিত, ভুলুণ্ঠিত, অভিভূত, বিনিৰ্জিত, নিৰ্জিত, পৰ্যুদস্ত।

**পৰামৰ্শ** (ADVICE) ঃ আলোচনা, বুদ্ধি, মন্ত্ৰণা, যুক্তি, উপদেশ, মন্ত্ৰ, উপক্ষেপ, সূচনা, ব্যঞ্জনা, বিচাৰণা।

**পৰায়ণ** (DEVOTED) ঃ আসক্ত, ৰত, তৎপৰ, নিযুক্ত, নিষ্ঠ, বশীভূত, অনুৰক্ত, লীন।

**পৰাহত** (DEFEATED) ঃ বিফল, পৰাজিত, ব্যাহত, বাধাপ্ৰাপ্ত, পৰাস্ত, পৰাভৱ, ব্যাঘাত, খণ্ডন, অভিভূতি।

**পৰিকল্পনা** (IMAGINATION) ঃ অনুমান, অভিপ্ৰায়, আঁচনি, প্ৰণালী, উদ্ভাৱন, উপায়, প্ৰস্তাৱ, প্ৰকল্প, প্ৰস্তাৱনা, যোজনা, ব্যৱস্থা, নক্সা, কাৰ্য্যসূচী, কৰ্মপন্থা, পূৰ্বাভাস, কল্পনা, প্ৰযুক্তি, প্ৰয়োগ, যুক্তি।

**পৰিচিত** (KNOWN) ঃ চিনাকি, খ্যাত, প্ৰসিদ্ধ, প্ৰথিত, সুজ্ঞাত, সুবিদিত, সুগম, সুবোধ।

**পৰিচ্ছদ** (GARMENT) ঃ পোছাক, সাজপাৰ, বেশ, বস্ত্ৰ, আৱৰণ, আচ্ছাদন, বেশভূষা, পৰিধান, বসন, প্ৰসাধন, অংশুক, অম্বৰ।

**পৰিচ্ছেদ** (CHAPTER) ঃ ছেদ, ভাগ, খণ্ড, সীমা, অন্ত, অধ্যায়, আধ্যা, সৰ্গ, অনুচ্ছেদ, পৰ্ব, কাণ্ড, অংশ, অঙ্ক, স্তবক, পাদটীকা, প্ৰকাৰণ, পটল, স্কন্ধ, বিভাগ, বৰ্গ।

**পৰিজন** (ATTENDANT) ঃ ভৃত্য, অনুচৰ, কিঙ্কৰ, চাকৰ, পৰিয়াল, দাস, নিয়োজ্য, পৰজাত, পৰিচাৰক, সেৱক, শুশ্ৰূষক, প্ৰেষ্য।

**পৰিণয়** (MARRIAGE) ঃ বিয়া, বিবাহ, পাণিগ্ৰহ, দাৰোপসংগ্ৰহ, দাৰগ্ৰহ, দৃঢ়সংযোগ, বিবাহোৎসব।

**পৰিপক্ক** (MATURITY) ঃ পকা, সিজা, পাৰ্গত, দক্ষ, পৈণত, পূৰঠ, পৰিণত, পৰিপূৰ্ণ, প্ৰৌঢ়, মিষ্ট, সুৰস।

**পৰিপাটি** (ARRANGEMENT) ঃ সুশৃঙ্খল, সুবিন্যস্ত, সুব্যৱস্থিত, আটোম-টোকাৰি, নিয়াৰি, পৰিচ্ছন্ন, পৰিষ্কাৰ।

**পৰিপুষ্ট** (CORPULENT) ঃ নিপোটল,শকত-আৱত, সমৃদ্ধ, স্থূল, উৰ্বৰ, পৰিপোষণ।

**পৰিৱৰ্ত্তন** (CHANGE) ঃ সলনি, সাল-সলনি, লৰচৰ, পৰিৱৰ্ত্তে, হ্রাস-বৃদ্ধি, ৰূপান্তৰ, হেৰফেৰ, অদলবদল, ভঙাগঢ়া, ওলটপালট, তাৰতম্য, সংস্কাৰ, সংশোধন, ভাবান্তৰ, অৱস্থান্তৰ, দৃশ্যান্তৰ, বিনিময়, ভেদ, বিকাৰ, বিকৃতি, বিক্রিয়া।

**পৰিবাৰ** (FAMILY) ঃ পৰিয়াল, ভাৰ্য্যা, কুটুম্ব, বংশ, গোত্র, আত্মীয়, স্বজন, জ্ঞাতি, পূৰ্বপুৰুষ, ঘৰোৱাহ।

**পৰিশিষ্ট** (APPENDIX) ঃ অৱশিষ্ট, পৰিশেষ, সংযোজন, পুনশ্চ, শেষাংশ, অনুষঙ্গ, অৱশিষ্টাংশ, বাকী, শেষগ্রন্থ।

**পৰিশ্রম** (LABOUR) ঃ প্রয়াস, আয়াস, অধ্যৱসায়, মেহনত, শ্রম, ক্লান্তি, ক্লেশ, শ্রান্তি, কষ্ট, উদ্যম, উদ্যোগ, দুষ্কৰ, কৃচ্ছ, দুখ, ভাগৰ, খাটনি।

**পৰিষদ** (COUNCIL) ঃ সভা, মেল, আস্থান, গোষ্ঠী, সংসদ, তাৰণী, সমাজ, সমজ্যা।

**পৰিষ্কাৰ** (CLEAN) ঃ নিৰ্মল, নিকা, স্পষ্ট, স্বচ্ছ, সুপৰিষ্কৃত, সুভগ, সুৰেখ, বিশুদ্ধ, বিমল, বিশাদ, মাৰ্জিত, চফা, ধৌত, ললিত।

**পৰিহাস** (JOKE) ঃ উপহাস, কৌতুক, ঠাট্টা, ঠাট্টা-মস্কৰা, নৰ্মালাপ, নৰ্মোক্তি।

**পৰী** (FAIRY) ঃ অপ্সৰা, অপেছৰা, অপছৰী, দেৱগণিকা, যোগিনী, সুৰনাৰী, সুৰকন্যা, সুৰবধু, অমৰাঙ্গনা, ত্রিদশবনিতা, বিদ্যাধৰী, কাল্পনিক, মনোৰম, শোভন, দিব্যনাৰী, সুন্দৰী, ৰূপহী।

**পৰীক্ষা** (TEST) ঃ নিৰীক্ষণ, নিৰূপণ, নিৰ্দ্ধাৰণ, মূল্যায়ন, প্রমাণ, প্রয়োগ, পৰীক্ষণ, পৰিমাণ-বিচাৰ, গুণাগুণ-বিচাৰ, বিচাৰণা, অনুযোগ, তদন্ত, গৱেষণা, সমীক্ষা।

**পৰ্ব** (FESTIVAL) ঃ উৎসৱ, পাৰ্বণ, পূজা, পুণ্যাহ, পৰ্বাহ, পুণ্যকাল, শুভদিন, ব্রত, উপবাস, স্নান, মেলা, যাত্রা, সংক্রান্তি, তিথি, অংশ, অধ্যায়, স্কন্ধ, সন্ধি, কাণ্ড।

**পৰ্বত** (MOUNTAIN) ঃ গিৰি, ধৰণীধৰ, অৱনীধৰ, শৈল, উৰ্বীধৰ, শিখৰী, ধৰ, মহীধৰ, অচল, ত্রিকূট, শৃঙ্গধৰ, ক্ষিতিধৰ, বসুধাধৰ, গোধৰ, শৃংগী, সানুমান, চূড়া, কন্দৰ, কূট, অদ্রি, অহাৰ্য, কুট্টাৰ, ক্ষিতিভৃৎ, কুধ্র, পৃযুশেখৰ, গোত্র, দুৰ্গম, নগ, ধৰণীকীলক, প্রপাতী, ফলিক, শৃঙ্গবান, মহীধ্র, শিলোচ্চয়, গিৰিময়, পৰ্বাতাকাৰ।

**পৰ্য্যটন** (TRAVEL) ঃ ভ্রমণ, যাত্রা, পৰিক্রমা, ফুৰণ, বুলন, দেশ-ভ্রমণ, টহল, চফৰ, পদযাত্রা, পৰিভ্রমণ, পৰিব্রাজন।

**পর্য্যায়** (ORDER) ঃ ক্ৰম, অনুক্ৰম, শৃংখলা, শ্ৰেণী, যথাক্ৰম, ক্ৰমান্বয়, পৰম্পৰা, ধাৰাবাহিক।

**পৰুৱা** (ANT) ঃ পিপৰা, পিম্পৰা, পিপীলিকা, লূতাত, বম্ৰ, বম্ৰী, উলংকল, মৰ্কোটপিপীলিকা, ব্ৰাহ্মণী, গৃহেডিকা, উপদীকা, উপদেহিকা।

**পৱন** (AIR) ঃ বায়ু, বতাহ, সমীৰ, সমীৰণ, মৰুৎ, মলয়, তুফান, ধ মুহা, হাৱা, ঝঞ্ঝা, বাত, অনিল, শ্বাস, প্ৰশ্বাস, নিশ্বাস, উশাহ, প্ৰাণ, অপান, সমান, উদান, ব্যান, দম, প্ৰভঞ্জন, গন্ধবহ, প্ৰাণবায়ু, অধোবায়ু।

**পলাতক** (ABSCONDER) ঃ পলৰীয়া, অদৃশ্য, নিৰুদ্দিষ্ট, নিৰুদ্দেশ, অন্তৰ্হিত, গৃহত্যাগী, পলায়নকাৰী, পলায়নোদ্যত, গমনকাৰী, বিদায়ী, পলায়িত।

**পলায়ন** (ESCAPE) ঃ অন্তৰ্দ্ধান, পৃষ্ঠভঙ্গ, ছত্ৰভঙ্গ, ৰণভঙ্গ, ওভতনি, দৌৰা, নিভৃতপলায়ন।

**পক্ষী** (BIRD) ঃ চৰাই, বিহগ, খগ, বিহঙ্গ, বিহঙ্গম, দ্বিজ, শকুন্ত, শকুন, খেচৰ, অণ্ডজ, পত্ৰী, পতত্ৰী, খচৰ, উক, পত্ৰৰথ, নীড়জ, নভসংগম।

**পাগল** (MAD) ঃ বলিয়া, বাতুল, বাউল, বিভ্ৰান্ত, উন্মত্ত, উন্মাদ, প্ৰমদ, প্ৰমত্ত, ক্ষিপ্ত, বিকৃতমস্তিষ্ক, জড়বুদ্ধি, অৰ্দ্ধপাগল, বিকাৰগ্ৰস্ত, মতিভ্ৰষ্ট, মদোৎকট, সোন্মাদ, ক্ৰোধোন্মত্ত, সংক্ষুব্ধ, সংৰব্ধ, অতিমূৰ্খ, পগলা, উত্ৰাৱল।

**পাচক** (COOK) ঃ ৰান্ধনি, ৰান্ধোতা, খানচামা, পৰিচাৰক, বাবুৰ্চি, পাকী, সূপকাৰ, আন্ধসিক, আৰালিক, বল্লভ, সূদ।

**পাটকাপোৰ** (SILK-CLOTH) ঃ পট্টাম্বৰ, পট্টবস্ত্ৰ, ক্ষৌমবস্ত্ৰ, পটাম্বৰ, অংশুপট্ট, চীনাংশুক, কৌশিক, কৌশ, কৌশেয়।

**পাণি** ( HAND) ঃ হাত, হস্ত, কৰ, বাহু, শয়, পঞ্চশাখ।

**পাতল** (THIN) ঃ মিহি, সেৰেঙা, লঘু, তৰল, চঞ্চল, বিৰল, উৰুঙা, সূক্ষ্ম, কৃশ, ক্ষাম, ক্ষীণ।

**পাতাল** (NETHER) ঃ পতাল, অধঃভূবন, নাগলোক, ভূগৰ্ভ, নৰক, অধোলোক, অবৰ, ৰসা, নিৰয়, [সপ্তপাতাল—পাতাল, অতল, বিতল, সুতল, তলাতল, মহীতল, ৰসাতল।]

**পাথৰ** (ROCK) ঃ শিল, পাষাণ, শিলা, প্ৰস্তৰ, জীৱাশ্ম, ফচিল, কঙ্কৰ, নিকষ, মৰ্মৰ, শিলাময়।

**পাদুকা** (SANDAL) ঃ জোতা, খৰম, চপ্পল, চটি, হ্বাৱাই, চেণ্ডেল, অনুপদীনা, উপানহ্, কোশী, পাদত্ৰ, পাদৰক্ষিণী, পদাবৰণ।

**পাপ** (SIN) ঃ কলুষ, কল্মষ, কল্ক, কলঙ্ক, অপণ্য, কিল্ব, প্ৰত্যব্যয়, অন্যায়, অধৰ্ম, দোষ, দুষ্কৰ্ম, দুষ্কৃতি, পাতক, অকল্যাণ, অনাচাৰ, ভ্ৰষ্টাচাৰ, অপৰাধ, অভক্তি।

**পাৰ্থিৱ** (EARTHLY) ঃ জাগতিক, লৌকিক, ইহলৌকিক, ঐহলৌকিক, ঐহিক, সাংসাৰিক, কায়িক, নশ্বৰ, মৰ্ত্য, ভৌম, ঔৰ্বৰ, ঔৰ্ব।

**পাৰ্বতী** (PARVATI) ঃ অপৰ্ণা, অদ্ৰিতনয়া,অদ্ৰিজা, অগসুতা, অগাত্মজা, উমা, গিৰিজা, গিৰিকুমাৰী, গিৰিনন্দিনী, গিৰিসুতা, গিৰিবালা, গৌৰী, জগদ্‌গৌৰী, দক্ষজা, দক্ষকন্যা, দাক্ষায়নী, নগনন্দিনী, পৰ্বতসুতা, পৰ্বতদুহিতা, বিন্ধ্যবাসিনী, মহেশী, মহেশানী, শিৱপত্নী, শিৱপ্ৰিয়া, শিৱানী, শিৱা, শংকৰী, শৈলসুতা, শৈলেয়, শৈলজা, হিমালয়নন্দিনী, হৈমৱতী, (দ্ৰষ্টব্যঃ দুৰ্গা)।

**পাশৱিক** (INHUMANITY) ঃ নিষ্ঠুৰ, নিৰ্দয়, পাশৱ, পশুসম, পশুসুলভ, পশুৱৎ, পশুতুল্য, জান্তৱ, জন্তুতুল্য, হিংস্ৰ, ক্ৰূৰ।

**পিঠা** (CAKE) ঃ পিষ্টক, পূপ, অপূপ, উৎকাৰিকা, কুল্মাষ, কোকুন্দ।

**পিঠি** (BACK) ঃ পৃষ্ঠ, পিছফাল, পশ্চিমাঙ্গ, পৃষ্ঠদেশ।

**পিতা** (FATHER) ঃ পিতৃ, বোপাই, জনক, দেউতা, বাপ, জন্মদাতা, জন্মদ, জনয়িতা, জনিতা, পিতৃদেৱ, পিতাদেউ, পিতৃপুৰুষ, পূৰ্বপুৰুষ, তাত, উপধায়ক, উপধায়ী, ভয়ত্ৰাতা, দীক্ষাদাতা, অন্নদাতা, জনয়িতা, বাপ, বাপু, বাবা, বিপিতা।

**পীড়া** (PAIN) ঃ কষ্ট, ক্লেশ, শোক, বেদনা, ৰোগ, তাপ, কৃচ্ছ্ৰ, পৰিশ্ৰম, শূল, জ্বালা, জ্বালাপোৰা, দাহ, প্ৰদাহ।

**পীড়িত** (DISTRESSED) ঃ ৰোগগ্ৰস্ত, ৰোগী, ৰুগ্ন, ৰুগীয়া, ৰোগাৰ্ত, ক্লিষ্ট, কাতৰ, অসুস্থ, ব্যধিগ্ৰস্ত, নিৰ্য্যাতিত, জৰ্জৰ, অস্বস্থ, উদ্বিগ্ন, বিবমিষু।

**পুত্ৰ** (SON) ঃ পো, তনয়, পুতাই, পুত, সুত, সুতক, দায়াদ, বেটা, অপত্য, আত্মজ, বালক, তৰুণ, কিশোৰ, পুত্ৰক, দুলাল, যুবক, তনুজ, বাচা, সন্তান, বৎস, অঙ্গজ, কুমাৰ, পুত্ৰসন্তান, দাৰক, ল'ৰা, কুমাৰ, নন্দন, আত্মোদ্ভৱ, তনুদ্ভৱ, আত্মসম্ভৱ, স্বজ।

**পুঙ্খানুপুঙ্খ** (MINUTE) ঃ তন্ন-তন্ন, পাত-পাত, চালি-জাৰি, সবিশেষ, খুটি-নাটি, নিখুঁত, যথাৰ্থ।

**পুৰ** (CITY) ঃ নগৰ, ৰাজধানী, পুৰী, চহৰ, নগৰী, বস্তি।

**পুৰস্কাৰ** (REWARD) ঃ বঁটা, পাৰিতোষিক, সন্মান সমাদৰ, অভ্যৰ্থনা, অৰ্চ্চনা, পূজা, সিদ্ধিফল, জয়লাভ, ৰত্ন, প্ৰতিদান, উপহাৰ।

**পুৰণি** (OLD) ঃ প্ৰাচীন, বহুদিনীয়া, পুৰণা, চিৰকলীয়া, অতীজ, পুৰাকাল, পুৰাতন, পূৰ্বকালীন, জীৰ্ণ, জৰাজীৰ্ণ, আখৰুৱা, বৃদ্ধ, বুঢ়া, স্থবিৰ, প্ৰবীণ, প্ৰত্ন, প্ৰবৃদ্ধ, পূৰ্বজ, প্ৰাক্তন, তদানীন্তন, অতীত, মান্ধাতা-আমোল।

**পুৰুষ** (PERSON) ঃ মুনিহ, মতা, মৰদ, মনিষ, পুমান্, মনুষ্য, মানৱ, বাবু, জনাব, চাৰ, পুৰুষত্ব, পুৰুষালি, মুনিষালি, মুনিহালি, মতামানুহ।

**পুৰুষকাৰ** (MANLINESS) ঃ পৌৰুষ, পুৰুষত্ব, পুৰুষাৰ্থ, পুৰুষোচিত, পুংসত্ব, পুংসকাৰ, বীৰত্ব, শৌৰ্য্য, বীৰ্য্য, ধৈৰ্য্য।

**পুৰোহিত** (PRIEST) ঃ যাজক, উপাধ্যায়, হোতা, যাজ্ঞিক, ঋত্বিক, উপাসক, পূজাৰী, পূজক, হোতৃ, পুৰোধ, দেৱাজীৱ, দেৱল, সৌবস্তিক, ধৰ্মাধ্যক্ষ।

**পুষ্টি** (MAINTENANCE) ঃ পৰিপুষ্টি, পালন, প্ৰতিপালন, পোষণ, বৃদ্ধি, পুষ্টিসাধন, বিকাশ, সুগঠন, খাদ্যপ্ৰাণ, ধাৰণ, ভৰণ, ভৃতি, সংবৰ্ধন।

**পূজা** (WORSHIP) ঃ উপাসনা, অৰ্চ্চনা, সন্মান, আৰাধনা, বন্দনা, প্ৰাৰ্থনা, আৰতি, ভজন, স্তৱন , কীৰ্ত্তন, জপ, ধ্যান, অৰ্ঘ্য, সন্ধ্যা, আহ্নিক সাধনা, তপস্যা, নিবেদন, প্ৰণিপাত, প্ৰণাম, অঞ্জলি, উৎসৰ্গ, অভ্যৰ্চ, উপাস্তি, অত্যানুৰাগ, অত্যাসক্তি।

**পূত** (SACRED) ঃ পৱিত্ৰ, শুচি, শুদ্ধ, পুণ্য, নিৰ্মল, পাৱন, মেধ্য, সংস্কৃত, ধাৰ্মিক, পুণ্যশীল, শুচিব্ৰত, শুদ্ধাত্মা, দিব্য, শ্ৰৌত, উপকল্পিত।

**পূতি** (PUTRID) ঃ দুৰ্গন্ধ, পৰ্য্যুষিত, পচা, গেলা, বাহী, পূতিক, কলুষিত, দূষিত, পূতিগন্ধ।

**পূৰা** (WHOLE) ঃ ভৰা, ভৰপূৰ, ভৰ্ত্তি, পৰিপূৰ্ণ, পূৰ্ণ, পূৰ্ণাঙ্গ, পূৰাপূৰি, সম্পূৰ্ণ, সমগ্ৰ, সমুদায়, সকল, ষোলঅনা, একেবাৰে, একদম, অখণ্ড, অক্ষত, অবিভক্ত, অশেষ, তেনেই।

**পৃথক** (SEPARATE) ঃ বেলেগ, সুকীয়া, বিভিন্ন, বিকল্প, বিবিধ, ব্যতিৰিক্ত,

অন্য, অসমঞ্জস, আছুতীয়া, নানা, আলগা, আন, স্বতন্ত্র, অইন, অপৰ, পৰ, দোচোৰা, অনুকল্প, ভিন্ন।

**পৃথিৱী** (THE EARTH) ঃ ভূমণ্ডল, ভূতল, ভূমি, ভূলোক, ভৱ, বসুমতি, বসুধা, বিশ্ব, বসুন্ধৰা, অচলা, বিশ্বম্ভৰা, বসুদা, ব্ৰহ্মাণ্ড, পৃথ্বী, ধৰা, ধৰণী, ধৰতী, ক্ষৌণী,ধৰিত্ৰী, ধৰাধাম, ধৰাতল, মহী, মৰ্ত্ত্য, মৰ্ত্ত্যপুৰ, ক্ষমা, গোত্ৰা, কু, অৱনী, জগৎ, জীৱধানী, নভোমণ্ডল, নৃলোক, ক্ষিতিজ, গো, ক্ষিতি, নৰলোক, ৰসা, ভূৰ, শাশ্বতী, সংসাৰ, দুনিয়া, ইলা, ক্ষিতি, ইলিকা, মেদিনী, ভূ, ভুৱন, মনুস্যলোক, অনন্ত, ৰসা, জ্যা, কাশ্যপী, উৰ্বী, অদিতি, ৰত্নাৱতী, দোহিনী, সপ্তদ্বীপা, ইলিকা, ইড়া, ইড়িকা, ইলিকা, অব্ধিদ্বীপা, ধাৰয়িত্ৰী, দ্বিৰা, উদধিবস্ত্ৰা, ইৰা, আদিমা, উৰ্বৰা, ইহলোক, বীজপ্ৰসু, নিশ্চলা, আদ্যা, ৰত্নগৰ্ভা, দুনীয়া, মৰত, শ্যামা, সৰ্বসংহা, সমুদ্ৰমেখলা।

**পেট** (BELLY) ঃ উদৰ, গৰ্ভ, জঠৰ, কুক্ষি, কোষ্ঠ, অন্তৰ, পাকস্থলী, পাকাশয়, পক্কাশয়, পাকযন্ত্ৰ, গৰ্ভাশয়।

**পোহৰ** (LIGHT) ঃ দীপ্তি, প্ৰকাশ, প্ৰভা, প্ৰভাস, গভস্তি, মৰীচি, ৰশ্মি, কিৰণ, অংশু, বিভাসা, উজ্জ্বল, উজ্জ্বলা, দীপ্তিমান, আভা, আভাস, আলোক, প্ৰদ্যোত, কান্তি, ভাতি, ধৃষ্ণি, জ্যোতি, দ্যুতি, বিদ্যোত, ভাম, ভা, ভাস, প্ৰদিপ্তী, উদ্দীপ্তি।

**পৌনঃপুনিক** (RECURRING) ঃ ধাৰাবাহিক, বাৰম্বাৰ, ক্ৰমায়াত, পুনৰাবৃত্ত, পুনঃপুনঃ, পুনৰায়, পুনৰপি, পুনৰ্বাৰ, সচৰাচৰ, নিৰন্তৰ, সাধাৰণতঃ, নিত্যনৈমিত্তিক।

**প্ৰকাশন** (PUBLICATION) ঃ উন্মোচন, উদঘাটন, প্ৰদৰ্শন, প্ৰকাশ-কৰণ, জ্ঞাপন, নিবেদন, ইস্তাহাৰ, ঘোষণা, বিমোচন, সংস্কৰণ, পুনৰ্মুদ্ৰণ, মুদ্ৰণ।

**প্ৰকাশিত** (PUBLISHED) ঃ বহিৰ্গত, লিপিবদ্ধ, লিখিত, স্পষ্ট, শব্দায়মান, সুচিত, ব্যঞ্জিত, অভিব্যক্ত, ব্যক্ত, বিমোচিত, প্ৰসাৰিত, উন্মোচিত, উন্মুক্ত, বিকশিত, প্ৰস্ফুটিত, বৰ্হিগত নিৰ্গত, প্ৰচাৰিত।

**প্ৰকৃতি** (NATURE) ঃ সৃষ্টি, স্বভাৱ, গুণ, নিসৰ্গ, পৰিপাৰ্শ্ব, পৰিবেষ্টন, পৰ্য্যবৰণ, পৰিবেশ, বাহ্যজগত, স্বাভাৱিক, জগত, চৰাচৰ, বিশ্বপ্ৰকৃতি, প্ৰাকৃতি, প্ৰকৃতিজ, প্ৰকৃতিগত।

**প্ৰগতি** (DEVELOPMENT) ঃ উন্নতি, অগ্ৰগতি, শ্ৰীবৃদ্ধি, সমৃদ্ধি, সৌভাগ্য, পৰিণতি।

**প্ৰচণ্ড** (TERRIBLE) ঃ প্ৰবল, প্ৰখৰ, ভয়ানক, তয়াময়া, খঙাল, উগ্ৰ, অসহ্য, মহাবেগ, তীব্ৰ,ঘোৰ, দাৰুণ, ভয়ঙ্কৰ, ভীষণ, বিকৰাল।

**প্ৰচুৰ** (ABUND) ঃ যথেষ্ট, বহুত, বহুল, বিপুল, ঢেৰ, অপৰ্য্যাপ্ত, অনেক, অধিক, বিস্তৰ, দেধাৰ, উভৈনদী, ওৰাদীনি, পৰ্য্যাপ্ত, প্ৰভূত, প্ৰাজ্য, অত্যধিক, ভূয়িষ্ঠ, ভালেমান, অতিশয়, অত্যন্ত, অতিৰিক্ত, প্ৰতুল, অগাধ।

**প্ৰণাম** (BOWING) ঃসেৱা, নমস্কাৰ, প্ৰণতি, প্ৰণিপাত, মতি, নমন, হাতযোৰ, সাষ্টাংগ, প্ৰণাম, অষ্টাংগ, প্ৰণাম, নৌশিৰঃ।

**প্ৰতিজ্ঞা** (PROMISE) ঃ অঙ্গীকাৰ, শপত, সংকল্প, সৰ্ত্ত, সংগৰ, সৰ্ত্ত, বাজি, বচন, প্ৰতিশ্ৰব।

**প্ৰতিনিধি** (REPRESENTATIVE) ঃ প্ৰতিভূ, প্ৰতিৰূপক, অনুকল্প, মাধ্যম, মধ্যস্থ,দূত দূতী, চৰ, বাৰ্তাবহ, মুখপাত্ৰ, যোগসূত্ৰ, অভিকৰ্তা, মুখপত্ৰ, জামিনদাৰ, মীমাংসক, নিৰূপক, প্ৰতিৰূপক।

**প্ৰতিমা** (IMAGE) ঃ মূৰ্ত্তি, আকৃতি, প্ৰতিমূৰ্ত্তি, প্ৰতিকৃতি, প্ৰতিমান, প্ৰতিৰূপ, প্ৰতিবিম্ব, পট, বিগ্ৰহ,।

**প্ৰতিশোধ** (REVENGE) ঃ প্ৰতিহিংসা, প্ৰতিকাৰ, আক্ৰোশ, প্ৰতিদ্ৰোহ, প্ৰত্যপকাৰ, জিংঘাসা, বিদ্বেষ।

**প্ৰবঞ্চক** (DECEIVER) ঃ প্ৰতাৰক, বঞ্চক, তঞ্চক, ঠগ, শঠ, বঞ্চনাকাৰী, প্ৰতাৰণাকাৰী, প্ৰতিহাৰক, ছলনাকাৰী।

**প্ৰলয়** (CALAMITY) ঃ ধ্বংস, মহাআপদ, সৃষ্টিনাশ, কল্পান্ত, কালান্তৰ, সংৱৰ্ত, মহাপ্ৰলয়, খণ্ডপ্ৰলয়, উপপ্লৱ, বিপৰ্যয়, অনৰ্ম, আপদ, উৎপাত, বিপদ, বিপত্তি, ব্যসন, সংকট।

**প্ৰতীক্ষা** (EXPECTATION) ঃ অপেক্ষা, প্ৰত্যাশা, ভাৰসা, ধৈৰ্য্য, অধীৰতা, আকাংক্ষা।

**প্ৰত্যয়** (FAITH) ঃ বিশ্বাস, সঁজাত, পতিয়ন, আস্তিক্য, নিষ্ঠা।

**প্ৰথম** (FIRST) ঃ আদি, আদ্য, আদিম, অগ্ৰ, অগ্ৰৱৰ্ত্তী, অগ্ৰিম, জ্যেষ্ঠ, প্ৰাৰম্ভিক, প্ৰাথমিক, প্ৰাক্তন, প্ৰাক্কলিন, পূৰ্বকালীন, পহিলা, প্ৰথমা, পূৰ্ব, মুখ্য, সৰ্বপ্ৰথম, অদ্বিতীয়।

**প্ৰবন্ধ** (ESSAY) ঃ ৰচনা, নিবন্ধ, সন্দৰ্ভ, যত্ন, চেষ্টা, পুৰুষাৰ্থ, পৰ্য্যালোচনা, সমালোচনা, প্ৰাবন্ধিক, সমীক্ষা, সমীকৰণ, মূল্যায়ণ, মূল্যাৱধাৰণ,

প্ৰবন্ধকাৰ, নিবন্ধকাৰ, বিশ্লেষণ, ব্যাখ্যা, গ্ৰন্থবীক্ষণ, গ্ৰন্থবিচাৰ।

**প্ৰবাদ** (PROVERB) ঃ প্ৰবচন, বচন, লোকোক্তি, লৌকিকন্যায়, দুৰ্লৌকিক, সূত্ৰ, কাৰিকা, গুজব, জনশ্ৰুতি, পৰম্পৰাগত, পাৰম্পৰ্য্য।

**প্ৰবাহ** (STREAM) ঃ সোঁত, স্ৰোত, স্ৰৱ, স্ৰাৱ, ধাৰ, প্ৰস্ৰৱণ, প্লাবন, ক্ষৰণ, নিঃসৰণ, প্ৰপাত, ধাৰাবহিকতা, আপাত, ধাৰা, মন্দাক, ওঘ, নিৰ্ঝৰ, সৰিৎ

**প্ৰবেশ** (ENTRANCE) ঃ প্ৰবেশ, প্ৰবিষ্ট, প্ৰতিগ্ৰাহ, গ্ৰহণ, ব্যপন, বেধন, মান্যতা, উৰুৰীকাৰ।

**প্ৰভেদ** (DIFFERECE) ঃ পাৰ্থক্য, প্ৰকাৰ, পৰিবৰ্ত্তন, অমিল, অন্তৰ, অসাম্য, বিভিন্নতা, বৈষম্য, বৈলক্ষণ্য, বিপ্ৰতিপত্তি, দূৰত্ব, ন্যুনাধিক্য, হেৰফেৰ।

**প্ৰমাণ** (EVIDENCE) ঃ সাক্ষ্য, নিদৰ্শন, নিশ্চয়তা, নিৰ্দ্ধাৰণ, নিমিত্ত, প্ৰদৰ্শন, প্ৰয়োজন, দৃষ্টান্ত, কাৰণ, হেতু, যুক্তি, উদ্দেশ্য, উদাহৰণ।

**প্ৰয়োগ** (USAGE) ঃ ব্যৱহাৰ, নিয়োগ, নিয়োজন, বিনিয়োগ, যত্ন, পৰীক্ষণ, প্ৰবৰ্তন, প্ৰচলন, প্ৰযুক্তি, উল্লেখ, জাৰি, জাহিৰ।

**প্ৰয়োজন** (NECESSITY) ঃআৱশ্যক, আৱশ্যকতা, অভিপ্ৰায়, অপৰিহাৰ্য্যতা, অনিবাৰ্যতা, উদ্দেশ্য, উপকাৰিতা, উপযোগিতা, কাৰণ, কাৰ্য, দৰ্কাৰ, হেতু, সকাম, গৰজ, বাবদ, নিমিত্ত।

**প্ৰশংসা** (PRAISE) ঃ প্ৰশস্তি, প্ৰশংসন, প্ৰশস্তিপত্ৰ, প্ৰশংসাপত্ৰ, প্ৰমাণপত্ৰ, শলাগ, শলাগনি, শ্লাঘা, গুণকীৰ্ত্তন, গুণবৰ্ণন, গুণগান, গৰিমা, সুখ্যাতি, সাধুবাদ, স্তৱ, স্তুতি, ধন্যবাদ, তাৰিফ।

**প্ৰশ্ন** (QUESTION) ঃ জিজ্ঞাসা, সোধা, সন্দেহ, সমস্যা, কৌতূহল, আক্ষেপ, অনুযোগ, জেৰা, পৃচ্ছা।

**প্ৰসাধন** (MAKE UP) ঃ সাধন, সম্পাদন, সমাপ্তি, সিদ্ধি, নিষ্পাদন, সাজ, ৰূপচৰ্চ্চা, অঙ্গৰাগ, অঙ্গসজ্জা।

**প্ৰস্তাৱ** (PROPOSAL) ঃ সিদ্ধান্ত, প্ৰসঙ্গ, পৰামৰ্শ, দিহা, নিবেদন, আহ্বান, আমন্ত্ৰণ, নিমন্ত্ৰণ, বক্তব্য, বিধেয়ক, উপক্ষেপ।

**প্ৰস্তুত** (READY) ঃ যুগুত, নিৰ্মিত, অলংকৃত, আয়োজিত, সাজু, সজ্জিত, সুবিন্যস্ত, সুশৃংখল, সষ্টম, সজ্জীকৰণ, উদ্যত, ৰচিত।

**প্ৰহৰী** (GUARD) ঃ ৰক্ষী, ৰক্ষিক, ৰখীয়া, ৰক্ষক, ৰাখাল, ৰক্ষাকৰ্ত্তা, ৰক্ষাকাৰী,

সংৰক্ষক, কটোৱাল, চাওডাং, প্ৰতিহাৰ, প্ৰতিহাৰী, দ্বাৰপাল, দাৰোৱান, দ্বাৰী, দেহৰক্ষী, ভাণ্ডাৰী, ভাণ্ডাৰিক, পৰীয়া, চকিদাৰ, বৰকান্দাজ।

**প্ৰাচীন** (ANCIENT) ঃ পুৰণি, পুৰণি-কলীয়া, বহু-দিনীয়া, পূৰ্ব, পুৰাতন, প্ৰাচীনতা, প্ৰত্ন, প্ৰাক্তন, পূৰ্বকালীন,পূৰ্ববৰ্ত্তী, অগ্ৰ, অতীত, আদি, আদিম, বিগত, গত, ভূতপূৰ্ব, প্ৰাগৈতিহাসিক, তদানীন্তন।

**প্ৰাচীৰ** (FENCE) ঃ আৱৰণ, পৰিবেষ্টন, অৱৰোধ, বেৰ, বেৰা, বেষ্টনী, দুৰ্গ, গড়, পৰিখা, মোঘোলি।

**প্ৰাণ** (LIFE) ঃ জীৱন, জীৱিতাৱস্থা, পৰাণ, জীৱনপ্ৰবাহ, জীৱনচক্ৰ, জীৱাত্মা, জীৱ, চিত্ত, চেতনা, চৈতন্য, হৃদয়, মন, বল, জ্ঞান, তৈজ, পৰাণ, প্ৰাণবায়ু, পুনৰ্জীৱন, পৰমাত্মা, অস্তিত্ব, আত্মা, অন্তৰাত্মা, আপ্ৰাণ, আজীৱন, সত্তা, সজীৱতা।

**প্ৰাণী** (ANIMAL) ঃ জীৱ, জীয়া, জিয়স্ত, জন্তু, প্ৰাণযুক্ত, শৰীৰী, পশু, চতুষ্পদ, জানোৱাৰ, নখী, নখায়ুধ, নখৰায়ুধ, শ্বাপদ, ভূত।

**প্ৰাধান্য** (PROMINENCE) ঃ শ্ৰেষ্ঠতা, প্ৰভূত্ব, নেতৃত্ব, আধিপত্য, প্ৰধানতা, প্ৰবলতা, প্ৰধানত্ব, মুখ্যত্ব, গুৰুত্ব, অধিনায়কত্ব, অধ্যক্ষতা।

**প্ৰান্ত** (BORDER) ঃ সীমা, সীমনা, পৰিসীমা, পৰিধি, পাৰ্শ্ব, ব্যাপ্তি, বেষ্টন, দিগন্ত, চৌহদ, উপান্ত, অঞ্চল।

**প্ৰাৰ্থনা** (PRAYER) ঃ স্তুতি, মিনতি, স্তোত্ৰ, স্তৱ, ভজন, কীৰ্ত্তন, পূজা, উপাসনা, আৰাধনা, আবেদন, আৰতি, অনুনয়, নিবেদন, গোহাৰি, কৃপাভিক্ষা, শ্লোক, বিনতি, বিনয়, বিনম্ৰতা, প্ৰশস্তি, স্তুতিগীত, মাগন, জপ, বিজ্ঞপ্তি, নামাজ, নমস্যা।

**প্ৰাৰ্থী** (CANDIDATE) ঃ প্ৰাৰ্থনাকাৰী, প্ৰাৰ্থক, প্ৰত্যাশী, পৰীক্ষাৰ্থী, যাচক, আবেদক, আবেদনকাৰী, আভিলাষী, উমেদাৰ, দাবিদাৰ।

**প্ৰাসাদ** (PALACE) ঃ অট্টালিকা, দালান, দেৱালয়, হৰ্ম্য, সৌধ, দেৱমন্দিৰ, দেৱতাযতন, ৰাজপ্ৰাসাদ।

**প্ৰিয়** (BELOVED) ঃ মৰমৰ, চেনেহৰ, প্ৰীতিকাৰক, প্ৰীতিভাজন, প্ৰিয়জন, প্ৰিয়তম, প্ৰিয়পাত্ৰ, অভীষ্ট, অভীপ্সিত, আত্মীয়, অন্তৰংগ, বল্লভ, প্ৰেয়, প্ৰণয়াস্পদ, প্ৰণয়পাত্ৰ, হৃদ্য, জীৱধন, দুলাল, ঘনিষ্ঠ, স্নেহাস্পদ, সুহৃদ।

**প্ৰীত** (SATISFIED) ঃ সন্তুষ্ট, আনন্দিত, আহ্লাদিত, সুখী, সুখকৰ, তুষ্ট, তৃপ্ত,

পৰিতৃপ্ত, প্ৰশান্ত, প্ৰমুদিত, মুগ্ধ, প্ৰফুল্ল, প্ৰসন্ন, হৃষ্ট, কৃতাৰ্থ, উল্লসিত, অভিৰাম, নন্দক, প্ৰীতিকৰ, ৰম্য, হৰ্ষপ্ৰদ, ৰুচিৰ।

**প্ৰেত** (SPIRIT) ঃ পিশাচ, ভূত, পাপাত্মা, প্ৰেতযোনি, পিশাচী, ডাকিনী, ডাইনী, অপদেৱতা, ভূতুনী, প্ৰেতিনী, পিশাচিনী, নিশাচৰ, ফিচাহিনী।

**প্ৰেম** (LOVE) ঃ প্ৰীতি, প্ৰণয়, পচন্দ, মৰম, মিলন, মমতা, মিথুন, মহব্বত, স্নেহ, অনুৰাগ, অভিসাৰ, অনুৰক্তি, অনুৰতি, ৰতি, ভালপোৱা, ভক্তি, সংসক্তি, আসক্তি, আনন্দ, আদৰ, সদ্ভাব, সৌহাৰ্দ্য, পৰিহাস, বন্ধুতা, বিশ্ৰম্ভ, হৃদ্যতা, দুৰ্বলতা, আকৰ্ষণ, প্ৰিয়ভাব, পীৰিতি।

**প্ৰেমিক** (BELOVED) ঃ প্ৰেমী, প্ৰণয়ী, প্ৰেমপাত্ৰ, প্ৰণয়াস্পদ, কান্ত, চেনাই, প্ৰেমাসক্ত, প্ৰিয়, আসক্ত, অনুৰক্ত, প্ৰেমানুগামী, প্ৰেমানুৰাগী, বল্লভ, বৎসল, দৰদী, দয়িত, বিশ্ৰম্ভী।

**প্ৰেমিকা** (LOVER) ঃ প্ৰণয়িনী, প্ৰিয়তমা, প্ৰিয়া, প্ৰেয়সী, দয়িতা, অনুৰাগিনী, কামিনী, সঙ্গিনী, মিতিনী, মৰমী, অভিসাৰিকা, ৰসিকা, কান্তা, বল্লভা, সহচৰী, সখী, মানসী, প্ৰণয়াসক্তা, প্ৰেমাসক্তা, চেনেহী, ললিতা, প্ৰমদা, প্ৰেষ্ঠা।

**প্ৰেৰক** (SENDER) ঃ পঠিয়াওঁতা, প্ৰেৰয়িতা, প্ৰেষক, প্ৰেষ্য, প্ৰেৰিত, প্ৰেৰণীয়, প্ৰেষণীয়।

**প্ৰেৰণা** (IMPULSE) ঃ উদ্‌গনি, উদ্দীপনা, উৎসাহ, অনুপ্ৰেৰণা, প্ৰৰোচনা, প্ৰচোদনা, প্ৰোৎসাহনা, প্ৰোৎসাহ, প্ৰবৃত্তি, প্ৰভাৱ, চাপ, আবেগ, প্ৰনোদন।

**প্লাৱন** (FLOOD) ঃ বন্যা, বানপানী, বান, মহাপ্ৰৱাহ, মহৌঘ, জলপ্ৰলয়, জলবিপ্লৱ, আপ্লাৱ, ধল।

**প্লিডাৰ** (ADVOCATE) ঃ অধিবক্তা, উকিল, পক্ষসমৰ্থক, প্ৰতিনিধি, উত্তৰবাদী, পুৰস্কৰ্তৃ।

## [ ফ ]

**ফচল** (PRODUCTION) ঃ শস্য, ফল, কৃষিফল, শাক-পাচলি, ৰবিশস্য, খাৰিফশস্য, উপজঠৰ।

**ফটা** (CRACKED) ঃ ফাটযুক্ত, ভঙা, ভগ্ন, জীৰ্ণ, ক্ষয়িত, ফটা-ছিটা, ছিৰাছিৰ, ফটাকানি, ফটাফুটা, ফুটা, সুৰুঙা, ৰন্ধ্ৰ, ছিদ্ৰ, ধ্বস্ত, ধ্বংসাৱশেষ।

ফটিক (CRYSTAL) ঃ স্ফটিক, পাথৰ, সিতোপল, সিতমণি।

ফৰকাল (CLEAN) ঃ মেঘমুক্ত, মুকলি, মেঘহীন, মেঘশূন্য, নিৰ্মেঘ, নিৰভ্ৰ, অভ্ৰহীন, অঘন, নিৰ্মল, পৰিষ্কাৰ, শুকান, পৰিশুদ্ধ, বিশুদ্ধ।

ফল (FRUIT) ঃ শস্যফল, গুটি, বীজ, শস্য, ফচল, ফলশ্ৰুতি, ফলাফল, ফলহীন, ফলবতী, ফলন, ফলদায়ক, ফলবান, ফলবন্ত, ফলপ্ৰদ, সফল, লাভ, কাৰ্য্যসিদ্ধি, উৎপন্নবস্তু, সুফল, সুফলী, পৰিণাম, পৰিণতি।

ফাঁক (APERTURE) ঃ বিন্ধা, সুৰুঙা, জলঙা, ফাৰাক, অন্তৰ, খালিঠাই, ব্যৱধান, বেলেগ, আঁতৰ, পাৰ্থক্য, ছিদ্ৰ, ৰন্ধ্ৰ।

ফাঁকি (FRAUD) ঃ মিছা, আসৈ, ছলনা, বঞ্চনা, প্ৰতাৰণা, প্ৰবঞ্চনা, শঠতা, প্ৰতাৰক, ঠগামি, কূট, কপট, ছন্দোক্তি, ব্যাজ, ফাং।

ফিটাহি (BOASTING) ঃ ফুটনি, ভেম, গণ্ডপ, ফাতিহা, বাহ্যাড়ম্বৰ, অহঙ্কাৰোক্তি, আত্মশ্লাঘা, বিকত্থ, দৰ্প।

ফুল (FLOWER) ঃ পুষ্প, কুসুম, মুকুল, মঞ্জৰি, মল, মকৰন্দ, কলিকা, সুমন, প্ৰসূন, পুষ্পক, মণীবক।

ফেঁচা (OWL) ঃ পেচক, উলূক, মৰ-চৰাই, যমডাকিনী, নিয়ঁতী, কাকাৰি, কোণ্ঠ, কৌশিক, ঘৰ্ঘৰক, ঘূৰ, দিবান্ধ, দিবাভীত, নিশাদৰ্শী।

## [ ব ]

বংশ (RACE) ঃ ফৈদ, কুল, গোষ্ঠী, গোত্ৰ, গণ, গোত, বঙহ, বৰ্গ, বৰ্ণ, বংশধৰ, বংশলতা, বংশবৃদ্ধি, বংশাৱলী, জাতি, প্ৰজাতি, পৰিবাৰ, পৰিয়াল।

বক্তা (SPEAKER) ঃ কওঁতা, কথকী, কথাচহকী, কথোপকথন, কথাবতৰা, বাগ্মী, বাচাল, বাগীশ, বক্তৃ, গপ, মুখৰ, ভাষক।

বক্ৰ (CROOKED) ঃ কুঁজা, কেঁকোৰা, কুটিল, কপটী, বেঁকা, বিকলাংগ, বিপৰীত, তিৰ্যক।

বগা (WHITE) ঃ শুক্ল, শুভ্ৰ, শুক্ৰ, শুচি, শুকুলা, প্ৰসিত, চফা, বলক্ষ, শ্বেত, শ্বেন, শ্বিত, শ্বিত্য, সিত, পাণ্ডু, পাণ্ডুৰ, নিৰ্মল, বিমল, ধবল, গৌৰ, ধৌত, ৰজত।

বঙহ (FAMILY) ঃ বংশ, গোত্ৰ, কুল, জাতি, কুটুম, কুটুম্ব।

বচন (SPEECH) ঃ কথা, বাক্য, বাণী, বাচ্‌, ব্যাহাৰ, উক্তি, উপদেশ, ভাষা, গো, শ্লোক।

বজাৰ (MARKET) ঃ হাট, বিপণি, গোলা, নিগম,, পণ্যশালা, পণ্যভূমি, পণ্যাগাৰ, পণ্যবীথিকা, ক্রয়-বিক্রয়, কিনা-বিকা, বেচা-কিনা।

বঠা (RUDDER) ঃ বৈঠা, দাঁৰ, কেনিপাত, ক্ষেপনি, বহিত্র, ক্ষপনী, কাণথি, কর্ণ, নৌদণ্ড, লগি, চৰি।

বঢ়িয়া (EXCELLENT) ঃ উত্তম, উৎকৃষ্ট, উচ্চ, অত্যুত্তম, শ্রেষ্ঠ, সর্বশ্রেষ্ঠ, সর্বোত্তম, গুণান্বিত, বৰেণ্য।

বতৰা (INFORMATION) ঃ বাৰ্ত্তা, বাতৰি, বৃত্তান্ত, বৃত্ত, বোধ, সমাচাৰ, সম্বাদ, নিবেদন, জ্ঞান, প্ৰাথমিকাভিযোগ।

বদ (BAD) ঃ বেয়া, মন্দ, অসাধু, অসাৰ, অভদ্র, অশুভ, অহিত, নিৰ্গুণ, কুৎসিৎ, তুচ্ছ, সদোষ, দুৰ্বৃত্ত. দুষ্ট, নিকৃষ্ট।

বদন (FACE) ঃ মুখ, মুখমণ্ডল, মুখবিবৰ, আনন, তুণ্ড, বদনচ্ছায়া, আস্য।

বদল (EXCHANGE) ঃ সলনি, পৰিবৰ্ত্তন, প্রতিদান, প্রত্যাবৰ্ত্তন, প্রতিক্রিয়া, বদলি, বিনিময়, বিকল্প, বিবৰ্তন, বিপৰ্য্যয়, বিপৰীত, বিকাৰ, বিকৃতি, হস্তান্তৰ, হস্তান্তৰণ, ৰূপান্তৰ, স্থানান্তৰণ।

বধ (KILLING) ঃ হত্যা, হনন, মাৰণ, নিহনন, প্রতিঘাতন, বিনাশ, বলি, উচ্ছেদ, মূলচ্ছেদ, মূলোচ্ছেদ, নিৰ্মূলীকৰণ, ফাঁচি, প্ৰাণ-নাশ।

বধিৰ (DEAF) ঃ কলা, শ্ৰুতিহীন, শ্ৰুতিৰহিত, অকৰ্ণ, বধিৰিত।

বন (FOREST) ঃ হাবি, অৰণ্য, উপবন, কানন, অভয়াৰণ্য, বিপিন, অটবী, জঙ্গল, কুঞ্জ, নিকুঞ্জ, উদ্যান, বনানী, কান্তাৰ, বনিকা, কক্ষক, গহন।

বন্ধন (BINDING) ঃ বান্ধোন, বান্ধ, বন্ধনী, অৱৰোধ, আটক, সংযোজন, সংযোগ, সম্পৰ্ক, সূতা, সূত্র, ৰজ্জু, ৰচি, ফিতা, শৃংখল, জিঁজিৰি, জিঞ্জিৰি, শিকলি।

বন্ধু (FRIEND) ঃ সখা, সখি, সুহৃদ, সহচৰ, বন্ধুত্ব, বান্ধৱী, সহপাঠী, সমাধ্যায়ী, সমপাঠী, সধৰ্ম্মা, সঙ্গী, সখী, মিত্র, মিত্রা, সতীৰ্থ, সহায়, সহচাৰী, স্বজন, মিত্র, লগৰীয়া, মিতিনী, মিতা, মিত্রত্ব, হিতকাৰী, হিতৈষী, হিতাকাংক্ষী, মিতালি, প্রিয়জন, শুভাভিলাষী, বন্ধুতা, সৌহাৰ্দ্য, সখ্য, সখাত্ব।

**বন্ধুত্ব** (FRIENDSHIP) ঃ মিত্ৰতা, মৈত্ৰী, মৈত্ৰ্য, মিলন, মৈত্ৰীকৰণ, সৌহাৰ্দ্য, সঙ্গ, সদ্ভাৱ, সহায়তা, সাহচৰ্য্য, সংসৰ্গ, সাখ্য, সখ্য, সখিত্ব, আসক্তি, প্ৰণয়, বন্ধুতা।

**বন্ধ্যা** (BARREN) ঃ বাঁজী, বন্ধ্যা, নিঃসন্তানা, মোঘ, অনুৰ্বৰ, মাৰৱ, শুন্য।

**বন্যা** (FLOOD) ঃ বানপানী, প্লাৱন, জলপ্লাৱন, স্ৰোত, খৰস্ৰোত, মহাপ্ৰৱাহ, জলবিপ্লৱ, জলপ্ৰলয়, মহৌঘ।

**বয়স** (AGE) ঃ জীৱনকাল, আয়ু, আয়ুস, পৰমায়ু, ইহকাল, আয়ুষ্কাল, বয়োজ্যেষ্ঠ, বয়োবৃদ্ধ, বয়সীয়া, বয়সীয়াল, বয়ঃপ্ৰাপ্ত, বয়সস্থ, বয়স্য, বাৰ্দ্ধক্য, বয়ঃক্ৰম, বয়ঃকণিষ্ঠ, বাৰ্দ্ধক্য, কালগতি, অৱস্থা, দশা, অগ্ৰজ, অনুজ, আজীৱন, যাবৎজীৱন, আজন্ম।

**বৰ** (GREAT) ঃ শ্ৰেষ্ঠ, ডাঙৰ, উত্তম, উচ্চ, উদাৰ, উৎকট, প্ৰধান, প্ৰশস্ত, প্ৰবীণ, বৃহৎ, বিশাল, বিৰাট, বিপুল, বিস্তীৰ্ণ, বিস্তৃত, মহান, মহৎ, মুখ্য, মহানুভৱ, অতিকায়, অতিতীব্ৰ, জ্যেষ্ঠ, সম্ভ্ৰান্ত, পৃথু, গাঢ়, পৰম।

**বৰঙণি** (SUBSCRIPTION) ঃ অৱদান, অৰিহণা, নামলিখন, মূল্য।

**বৰফ** (SNOW) ঃ তুষাৰ, নীহাৰ, হিম, তুহিন, হিমানী, শিশিৰ, ঘনজল, জলঘন, কাকৰ, তুষাৰসম্পাত।

**বৰ্জন** (ABANDONMENT) ঃ পৰিহাৰ, ত্যাগ, পৰিত্যাগ, উৎসৰ্গ, এৰা, বহিষ্কাৰ, ব্যাবৰ্ত্তন, ব্যাবৃত্তি।

**বৰ্ণ** (CASTE ALPHABET) ঃ জাতি, শ্ৰেণী, কুল, প্ৰকাৰ, বৰণ, ৰং, আখৰ, লিপি, বৰ্ণমালা, বৰ্ণকা, ৰূপ, লেপ, আভাস।

**বৰ্তমান** ( PRESENT) ঃ এতিয়াৰ, চলিত, চলতি, অধুনা, বিদ্যমান, জীৱিত, উপস্থিত, ব্যৱহৃত, প্ৰত্যক্ষ, সমুপস্থিত, আধুনিক, সাম্প্ৰতিক, ইদানীন্তন।

**বৰ্দ্ধন** (GROWTH) ঃ বৃদ্ধি, বৃদ্ধিকৰণ, উন্নতি, বাঢ়ন, বঢ়া, বিস্তাৰ, আধিক্য, বৰ্দ্ধনশীল।

**বৰ্ষ** (YEAR) ঃ বছৰ, বৎসৰ, বাৰমাহ, অব্দ, সম্বৎসৰ, চন, খ্ৰীষ্টাব্দ, শকাব্দ, সংবৎ, হিজৰি, শক, ভাস্কৰাব্দ, শঙ্কৰাব্দ।

**বৰ্ষা** (RAIN) ঃ বৃষ্টি, বাৰিষা, বৰ্ষণ, বৃষ্টিপাত, বৰ্ষাঋতু, পৰ্জ্জন্য, প্ৰবৰ্ষ, বৰ্ষাকাল।

**বৰষুণ** (RAIN) ঃ বৃষ্টি, বৰ্ষণ, বৰিষণা, মেঘাম্বপাত, বৃষ্টিপাত, বৃষ্টিকৰণ, বৰ্ষ,

বৰ্ষা, মেঘাগম, বৰ্ষাকাল, নীৰদবহন, গোধৃত, পৰামৃত, গগণাম্বু, মেঘৰস, মেঘোদক, দিব্যোদক, আকাশসলিল, ঘনৰস, মেঘদ্ৰৱ।

**বৰুণ** (BARUN) ঃ অপাংপতি, উদ্দাম, কুণ্ডলী, কেশ, জম্বু, জম্বুক, জলকান্তাৰ, পশ্চিসদিক্পাল, পাশভৃত, পাশী, পুৰঞ্জন, প্ৰচেতা, মেঘনাদ, বাৰিলোম, বিলোম।

**বল** (POWER) ঃ শক্তি, পৰাক্ৰম, ক্ষমতা, উদ্গনি, উৎসাহ, সামৰ্থ্য, প্ৰভাৱ, আধিপত্য, ওজঃ, জোৰ, আয়াস, দৃঢ়তা, বীৰ্য্য।

**বলী** (MIGHTY) ঃ বলিষ্ঠ, বলীয়ান, বলীয়াৰ, শক্তিমন্ত, শক্তিশালী, শক্তিমান, শক্তিসম্পন্ন, শকত, শক্ত, ক্ষমতাৱন্ত, মহাবল, মহাবলী, মহাবাহু, বলশালী, দৃঢ়, টান, কঠিন, প্ৰবল, দুৰ্ভেদ্য, দক্ষ, সমৃদ্ধ।

**বশ** (SUBDUED) ঃ অধীন, তলতীয়া, পৰাধীন, মোহিত, আয়ত্ত, আজ্ঞাধীন, বশ্য, বশীভূত, বশৱৰ্তী, বাধ্য, আজ্ঞাৱহ, অনুগত, নিৰ্ভৰশীল, বশম্বদ।

**বসবাস** (HABITATION) ঃ বসতি, বাস, আৱাসন, নিবসন, অৱস্থান, লোকালয়, জনবসতি, জনপদ, উপনিবেশ, বাসস্থান, নিবাস, আবাস, বস্তি, আলয়, নিলয়, আস্থান, নীড়, ভিঠা, ভিঠি, অধিষ্টান, গৃহ, সদন।

**বসন্তকাল** (SPRING SEASON) ঃ ঋতুপতি, ঋতুৰাজ, বসন্ত, মধুমাস, মধু, মধুকাল, কামসখ, কুসুমাৰক, পুষ্পকাল, পুষ্পসাৰণ, সুৰভি, যৌৱন।

**বস্তু** (PROPERTY) ঃ সম্পত্তি, অৰ্থ, বিত্ত, বিভৱ, ধন, ৰত্ন, হিৰণ্য, গুণ, স্বভাৱ।

**বস্ত্ৰ** (CLOTHES) ঃ কাপোৰ, বসন, পোচাক, পৰিচ্ছদ, পিৰিধান, পিৰধেয়, আবৰণ।

**বহল** (BROAD) ঃ বিস্তীৰ্ণ, বিপুল, বিশাল, বিস্তৃত, ব্যপ্ত, ব্যূঢ়, ব্যাপক, সুবিস্তীৰ্ণ, সুবিস্তৃত, পৰিব্যপ্ত, অভিব্যাপ্ত।

**বহ্নি** (FIRE) ঃ অগ্নি, জুই, পাৱক, অনল, জ্বলন, দহন, শিখা, স্ফুলিঙ্গ, ভাতী, চিতাগ্নি, অগুতি, ইষিৰ, অৰ্চিষ্মৎ, আশ্ৰয়াশ, কৃপিতযোনি, কৃশানু, ক্ৰব্যাদ, জুহুৰাণ, চিত্ৰভানু, বৃহদ্ভানু, ভৰথ, পীথ, ভুজি, মন্ত্ৰজিহ্ব, ৰোহিতাশ্ব, বমি, বাতসখ, বাতসাৰথি, বীতিহোত্ৰ, বৈশ্বানৰ, সপ্তজিহ্ব, হৱন, হব্যবাহন, হিৰণ্যৰেতঃ, হুতাশন, সৃগজিহ্ব, সৃন্দাকু, ত্ৰিধামন, তনূনপাত।

**বহু** (MANY) ঃ অনেক, অধিক, অতি, অতিশয়, অতিৰিক্ত, অত্যন্ত, অতীব,

অগনন, অগণনীয়, অগণিত, অপৰিমিত, অজস্ৰ, সৰহ, প্ৰচুৰ, প্ৰগাঢ়, প্ৰভূত, প্ৰাজ্য, বিস্তৰ, বিবিধ, বহুত, বিশদ, বহুধা, বহুল, বিপুল, নানা, খুব ঢেৰ, ভূৰি, ভূয়সী, তীব্ৰ, ঘোৰ, মস্ত, যথেষ্ট।

**বড়গছ** (FIG) ঃ বটগছ, বটবৃক্ষ, যক্ষতৰু, মহাচ্ছায়, ঐশানু, শিফাৰুহ।

**বাঁহী** (FLUTE) ঃ বংশী, বংশ, বেণু, বাংশী, শ্বৰাটি, চিফুং, মুৰলী, নালিকা।

**বাকলি** (BARK) ঃ বল্কল, বল্কুট, বাকল, শল্কত্বক, ছাল, চৰ্ম।

**বাঘ** (TIGER) ঃ ব্যাঘ্ৰ, ব্যাঘ্ৰী, বাঘিনী, শাৰ্দুল, হিংসাৰু, হুণ্ডু, ব্যাড়, মেহী, ভেল, মৃগান্তক, দ্বীপিল, দ্বীপি, চুলুক, দ্বীপি, চন্দ্ৰকী।

**বাগিচা** (GARDEN) ঃ উদ্যান, উপবন, কানন, কুঞ্জ, নিকুঞ্জ, কুঞ্জবন, বাগান, বাৰী, ফলবাগান, ফুলবাগান, পাচলিবাগান।

**বাচালতা** (TALKATIVENESS) ঃ বাগ্‌বহুলতা, বাগ্‌বাহুল্য, বহুবাক্যভাষী, অতিকথন, বাগাড়ম্বৰ, বক্‌বকা, প্ৰলাপ, প্ৰগলভতা, অত্যুক্তি, পুনৰুক্তি, বাগ্‌বিতণ্ডা, বাক্‌সৰ্বস্বতা।

**বাতৰি** (NEWS) ঃ বাৰ্তা, খবৰ, সংবাদ, সম্ভেদ, সন্দেশ, পত্ৰসন্দেশ, বৃত্ত, অৱগম, তথ্য।

**বাঁতি** (VOMITING) ঃ বমি, ওকালি, ওক, ওকট-পাকট, উকট-পাকট, বমন, বম, বঁতিয়া, ছৰ্দিকা।

**বাতিল** (REJECTED) ঃ অগ্ৰাহ্য, পৰিত্যক্ত, প্ৰত্যাখ্যাত, পৰিহাৰ্য্য, প্ৰত্যাহৃত, ত্যক্ত, নষ্ট, বৰ্জিত, বৰ্জনীয়, খাৰিজ, ৰহিত, ৰদ, নামঞ্জুৰ, নাকচ।

**বাদ্য** (MUSICAL-INSTRUMENT) ঃ বাজনা, বাদন, বাজন, বাদ্যধ্বনি, বাদ্যোদম, যন্ত্ৰসংগীত, বাদক, বাদ্যবিশাৰদ, তৌৰ্য্য।

**বাধা** (OBSTRUCTTION) ঃ মানা, নিষেধ, প্ৰতিবন্ধ, হাক, প্ৰতিবন্ধন, প্ৰতিবন্ধক, প্ৰতিঘাত, প্ৰত্যব্যয়, প্ৰতিৰোধ, প্ৰতিৰোধন, হস্তক্ষেপ, বিৰোধ, ৰোধ, বাৰণ, বিঘ্ন, বিঘিনি, গতিৰোধ, অৱৰোধ, বন্ধন, বিঘাত, ব্যাহতি, ব্যাঘাত, অন্তৰায়, বিঘটন, প্ৰত্যুহ, বিষ্কম্ভ, অসহযোগ, কৰ্মবিৰতি, হৰতাল।

**বাধ্য** (OBEDIENT) ঃ আজ্ঞাবহ, বশীভূত, বশ্য, বশংবদ, আজ্ঞাধীন, গত্যন্তৰহীন, বাৰুণীয়, শৃংখলিত, আয়ত্ব, পোহনীয়া, অনুগত, আজ্ঞানুসাৰী, আজ্ঞাপালক, কৰ্ত্তব্যনিষ্ঠ, শুশ্ৰূষু।

**বান্দৰ** (MONKEY) ঃ কপি, কুশাক্ষ, কীশ, ঝম্পাক, ঝম্পাৰু, ঝম্পী, দধিমুখ, দধিশোণ, প্লৱংগ, প্লৱংগম, পৰ্ণমৃগ, মৰ্কট, মহাবেগ, বনৌকস্, বৃক্ষচৰ, বলীমুখ, বানৰ, শাখামৃগ, হৰি, হনুমান, চিম্পাঞ্জী, গৰিলা।

**বাৰণ** (PREVENTING) ঃ নিবাৰণ, নিবৃত্তি, নিৰসন, নিৰাকৰণ, নিৰোধ, নিষেধ, বাধা, হাক, মানা, অস্বীকাৰ, অৱৰোধ, অসন্মতি, খণ্ডন, প্ৰত্যাখ্যান, দূৰীকৰণ, ৰোধ, প্ৰতিৰোধ, প্ৰতিষেধ, প্ৰতিবন্ধ।

**বাৰ্ধক্য** (OLD-AGE) ঃ প্ৰবীনতা, বুঢ়াকাল, বৃদ্ধাৱস্থা, বৃদ্ধত্ব, বাৰ্দ্ধক, জৰা, জৰ্জৰিত, জৰ্জৰ, জীৰ্ণ, অৱসন্ন।

**বাৰম্বাৰ** (REPEATEDLY) ঃ বাৰে-বাৰে, বাৰেপতি, ঘনে-ঘনে, ঘনেপতি, পুনঃপুনঃ, প্ৰতিক্ষণ, পুনৰায়, পুনশ্চ, পুনৰ্বাৰ, পুনৰপি, পৌনঃপুনিক, উপৰ্য্যুপৰি, বহুবাৰ, অভীক্ষণ, শশ্বৎ, মুহুৰ্মুহুঃ।

**বালক** (BOY) ঃ লৰা, সৰুলৰা, নাবালক, অপৰিপক্ক, কিশোৰ, কুমাৰ, নবীন, শিশু, দাৰক, অপ্ৰাপ্তবয়স্ক।

**বাহ** (NEST) ঃ কুলায়, অংকুৰক, নীড়, পক্ষীনীড়, বাহা, নিলয়, নীড়ক, নিবাস।

**বাহাল** (REINSTATED) ঃ অপৰিৱৰ্ত্তিত, কাৰ্য্যকৰ, প্ৰচলিত, পুনৰ্নিয়োগ, পুনৰ্নিয়োজন।

**"বায়ু"** ("BAYU") ঃ মৰুৎ, মাৰুত, মাতৰিশ্বন, বাত, পৃষদশ্ব, অগ্নিসখা, অনিল, আশুগ, গন্ধবহ, গন্ধবাহ, চল, জগৎপ্ৰাণ, ধূলিধ্বজ, ধ্বজপ্ৰহৰণ, নভঃপ্ৰাণ, নভস্বৎ, নভোজাত পৱন, পৱমান, প্ৰকম্পন।

**বিকলাঙ্গ** (DEFORMED) ঃ পঙ্গু, অঙ্গহীন, খঞ্জ, অঙ্গবিহীন, বিকৃতাঙ্গ, বিৰূপ, কুৰূপ, পোগণ্ড, অঙ্গক্ষত, ঘূণীয়া, কণা, কুঁজা, খোৰা, লেঙেৰা, ভেঙুৰা।

**বিকাৰ** (ALTERATION) ঃ বিকৃতি, বৈগুণ্য, ঘৃণা, অৰুচি, অস্বাভাৱিকতা, দোষ, হানি, অপকাৰ, বিক্ৰিয়া।

**বিকাশ** (EXPANSION) ঃ প্ৰকাশ, পোহৰ, দীপ্তি, বৃদ্ধি, অভিব্যক্তি, উন্নতি, অগ্ৰগতি, উন্নয়ন, বিস্তাৰ, সমৃদ্ধি, স্ফীতি, উন্মেষ, উন্মীলন, প্ৰসাৰ, প্ৰসৰণ, বিকশন, বিততি, বিস্তৰ, প্ৰপঞ্চ।

**বিকৃতি** (ALTERED) ঃ বিকাৰপ্ৰাপ্ত, কদাকাৰ, কদৰ্য্য, দোষযুক্ত, কুৎসিত, ব্যাধিগ্ৰস্ত, শ্ৰীভ্ৰষ্ট, বিকট, অসুন্দৰ, শ্ৰীহীন।

**বিক্ষোভ** (DISTURBANCE) ঃ চাঞ্চল্য, অস্থিৰতা, আশান্তি, উগুল-থুগুল, অসন্তোষ, আন্দোলন, আলোড়ল, আকুলতা, ক্ষোভ, ব্যৱস্থাভংগ, বিপ্লৱ, প্রতিবন্ধ, প্রত্যুহ, বাধা।

**বিচাৰ** (TRIAL) ঃ ন্যায়, সোধ, বিতর্ক, আলোচনা, বাদানুবাদ, চৰ্চ্চা, বিবেচনা, নির্ণয়, নিৰূপণ, নিষ্পত্তি, আপত্তি, অভিযোগ, আন্দাজ, সংশয়, বিশ্লেষণ, মীমাংসা।

**বিচাৰক** (JUDGE) ঃ বিচাৰকর্তা, ন্যায়াধীশ, ন্যায়পালক, অধিকৰণিক, মুন্সিফ, হাকিম, জজ্, জৰি, দণ্ডনায়ক, দণ্ডনেতৃ, দণ্ডাধীশ, ধর্মাধিকৰণ, ধর্মাধিকাৰী, ধর্মাধ্যক্ষ, ন্যায়াধ্যক্ষ, ব্যৱহাৰদ্রষ্টৃ।

**বিচাৰালয়** (COURT) ঃ আদালত, কাছাৰি, ন্যায়ালয়, ন্যায়াধিকৰণ, দৰবাৰ, কাঠগৰা, এজলাছ, ৰাজগৃহ, ৰাজমন্দিৰ, ৰাজসভা, আস্থানমণ্ডপ।

**বিচিত্র** (VARIEGATED) ঃ নানা-বৰণীয়া, সুশোভন, মনোহৰ, বিস্ময়কৰ, আশ্চর্য, সুন্দৰ বিবিধ, বহুবিধ, চিত্রবিচিত্র, মনোৰম, অপূর্ব, অভূতপূর্ব, অভিনৱ, ৰংচঙীয়া, ৰঙীন, ৰংবিৰং, কর্বুৰ, কর্বুৰিত, কল্মষ, কির্মীৰ, নানাবর্ণ, শবল।

**বিছনা** (BED) ঃ খাত, পালেং, চালপীৰা, ঢাৰি-পাটী, পাটী, চাং, শয্যা, পর্যংক, পালংক, আস্তৰ, ঔশীৰ, খট্টা, খট্বা, খট্টিকা, খট্বিকা, তল্প, শয়নীয়, শয্যা, তল্প।

**বিচ্ছিন্ন** (DIVIDED) ঃ বেলেগ, পৃথক, ভিন্ন, বিভক্ত, বিচ্যুত, খণ্ডিত, বিযুক্ত, স্ফলিত, পতিত, লক্ষ্যহাৰা, লক্ষ্যভ্রষ্ট, পথভ্রষ্ট, দিগভ্রান্ত, বিপথগামী, আলগ, আলগা, সংযোগবিহীন।

**বিজয়** (VICTORY) ঃ জয়, জিত, জয়লাভ, কৃতিত্ব, কীর্ত্তি, কযতকার্যতা, সফলতা, সাফল্য ।

**বিজুলী** (LIGHTNNING) ঃ ক্ষণিপ্রভা, বিদ্যুৎ, তড়িৎ, অনুভা, সৌদামিনী, আকালিকী, এৰাবতী, হ্লাদিনী, চপলা, চলা অনুপ্রভা, অচিৰপ্রভা, অচিৰাংশু, ক্ষণদ্যুতি, ক্ষণপ্রকাশ, নীলাঞ্জনা, চঞ্চলা, ক্ষণপ্রভা, ক্ষণিকা, ক্ষণাংশু, অচিৰাভা, জলপলিকা মেঘজ্যোতি, বিজুৰি, বিদুলী, শতাবৰ্তা, দামিনী, শতহ্রদা, দীপ্তা, চিকুৰ, বিদ্যুল্লতা।

**বিজ্ঞাপন** (ADVERTISEMENT) ঃ জাননী, ঘোষনা, বিজ্ঞপ্তি, ইস্তাহাৰ, প্রচাৰ,

বিঘোষণ, বিজ্ঞাপনা, প্রসাৰ, প্রসাৰণ, প্রজ্ঞাপন, প্রবর্ত্তন, প্রসিদ্ধীকৰণ, সূচনা নিবেদন, ছলিয়াজাৰি।

**বিড়ম্বনা** (AFFLICTION) ঃ যন্ত্রণা, তাড়না, ক্লেশ, ছলনা, প্রতাৰনা, বঞ্চনা, উৎপাত, দুর্ভোগ, লাঞ্ছনা, দুৰৱস্থা, যাতনা, কষ্ট, ব্যথা, পীড়া, দুখ, বিষাদ, শোক, বেদনা, সন্তাপ, কৃচ্ছ্র।

**বিদায়** (FAREWELL) ঃ মেলানি, প্রস্থান, ছুটি, বিচ্ছেদ, স্থানান্তৰ, অৱসৰ, পলায়ন, দক্ষিণা।

**বিদেশ** (FOREIGN) ঃ পৰদেশ, অন্যদেশ, প্রবাস, আনদেশ, ভিন্নদেশ, প্রবাসন, দেশান্তৰ, দেশত্যাগ, বিলাত।

**বিদেশী** (FOREIGNER) ঃ আচহুৱা, পৰদেশী, পাৰদেশীক, বৈদেশীক, ভিন্নদেশী, প্রবাসী, বিদেশাগত, বিদেশবাসী, বিদেশজাত, বিদেশীয়।

**বিদ্যমানতা** (EXISTENCE) ঃ উপস্থিত, বর্তমান, থকা, স্থিতি, স্বাভাৱ, অৱস্থা, প্রকৃতি, চৈতন্য, অৱস্থান, অস্তিত্ব, জীৱিত।

**বিদ্যা** ( WISDOM) ঃ জ্ঞান, প্রজ্ঞা, পাণ্ডিত্য, প্রশিক্ষণ, দক্ষতা, চৰ্চা, অধ্যয়ন, অনুশীলন, অভিজ্ঞতা, উপলব্ধি, জ্ঞানার্জন, চাতুর্য্য।

**বিদ্যালয়** (EDUCATIONAL-INSTITUTION) ঃ পঢ়াশালী, পাঠশালা, স্কুল, ইস্কুল, কলেজ, ছাতৰশালি, মহাবিদ্যালয়, বিশ্ববিদ্যালয়, টোল, মাদ্রাছা, প্রশিক্ষণকেন্দ্র, ভাষাকেন্দ্র, গৱেষণাকেন্দ্র।

**বিদ্যান** (LEARNED) ঃ পণ্ডিত, জ্ঞানী, প্রাজ্ঞ, বিজ্ঞ, তত্ত্বজ্ঞ, সর্বজ্ঞ, বহুদর্শী, মনীষী, মেধাৱান, জ্ঞানৱান।

**বিদ্রূপ** (RIDICULE) ঃ ইতিকিং, উপহাস, ঠাট্টা, পৰিহাস, ব্যঙ্গ, কৌতুক, অৱহাস, অৱহেলা, নৰ্মোক্তি।

**বিদ্রোহ** (REBELLION) ঃ বিদ্বেষ, বিক্ষোভ, বিপ্ল, বিপর্যয়, বিশৃংখল, শত্রুতা, উত্তেজনা, গৃহযুদ্ধ, ৰাজদ্রোহ, আন্দোলন, ধৰ্মঘট, অন্তৰ্ঘাত, অন্তৰ্যুদ্ধ, উপদ্রব, সংঘর্ষ, ৰাজবিৰোধ, ৰাজ্যবিপ্লৱ, প্রজাক্ষোভ, প্রতিনিধি।

**বিধাতা** (CREATOR) ঃ বিধতা, বিধান, কৰ্ত্তা, সৃষ্টিকৰ্ত্তা, ঈশ্বৰ, ব্রহ্মা, ধাতা, নির্মাতা, বিশ্বশ্রষ্টা, স্রষ্টা, অমৰ, আদিত্য, আদিতেয়, দেৱ, দেৱতা, দৈৱত।

**বিধি** (LAW) ঃ নিয়ম, ব্যৱস্থা, বিধান, আইন, পদ্ধতি, প্রণালী, প্রকাৰ, ধাৰা,

ধৰ্ম, কানুন, নীতি, পৰম্পৰা, শৃংখলা, নিৰ্দেশ, আচাৰ, ধৰ্ম, ন্যায়, স্মৃতি, ৰীতি, অনুক্ৰম।

**বিনয়** (MODEST) ঃ নম্ৰ, নম্ৰতা, শিষ্টতা, ভদ্ৰতা, বশ্যতা, শালীনতা, বিনীত, পৰিমিত, সবিনয়, অমায়িক, সংযত, নিৰভিমান।

**বিন্ধা** (HOLE) ঃ ফুটা, ৰন্ধ্ৰ, জলঙ্গা, জলঙা, জলা, ছিদ্ৰ, সুৰুঙা, কুহৰ, বিল, ৰোক, বিবৰ, শ্বভ্ৰ, সুষি, গৰ্ত্ত, গাত।

**বিপথ** (EVILWAY) ঃ কুপথ, অবাট, অওবাট, অপথ, অসৎপথ, অমাৰ্গ, অসৎমাৰ্গ, ভুলবাট।

**বিপদ** (DISTRESS) ঃ আপদ, বিপত্তি, দুৰ্দিন, দুখ, দুৰ্ঘটনা, দুৰ্দশা, সংকট, আৰ্ত্ত, আহুকাল, অনৰ্থ, বিমুখ, বিপাক, বিঘ্ন, পীড়া, বাধা, শোক, ব্যথা, কৃচ্ছ্ৰ, ভয়, ভীতি, শঙ্কা, সংশয়, জঞ্জাল, বিলৈ, দুৰৱস্থা।

**বিপন্ন** (ENDANGERED) ঃ বিপদগ্ৰস্ত, দুৰ্গতি, বিব্ৰত, আতুৰ, ব্যতিব্যস্ত, নিৰাশ্ৰয়, সংকটাপন্ন, নিঃসহায়।

**বিপৰীত** (ADVERSE) ঃ বিৰুদ্ধ, ওভোতা, ওলোটা, অমিল, ভীষণ, বিষম, উৎকট, প্ৰতিকূল, অসঙ্গত, অভিমুখ, প্ৰতিমুখ, প্ৰতিপক্ষ, প্ৰতীপ, বিপক্ষ, ব্যত্যস্ত, বিপৰ্যয়, প্ৰতিলোম, বিলোম, বিপ্ৰতীপ।

**বিফল** (FRUITLESS) ঃ নিষ্ফল, ব্যৰ্থ, অসফল, অকৃতকাৰ্য, অচৰিতাৰ্থ, অকৃতকৰ্ম, নিৰৰ্থক, বন্ধ্য।

**বিবাদ** (DISPUTE) ঃ কন্দল, দন্দ, কাজিয়া, বিৰোধ, গোচৰ, মকৰ্দমা, মতান্তৰ, কলি, বিপ্ৰলাপ, বিপ্ৰতিপত্তি, বিগ্ৰহ, কলহ, ব্যবক্ৰোশন।

**বিবাহ** (MARRIAGE) ঃ বিয়া, পৰিণয়, কন্যাদান, পৰিণয়ন, দাৰকৰ্ম, দাৰপ্ৰৰিগ্ৰহ, দাৰোপসংগ্ৰহ, বাগদান, নিৰ্বন্ধ, মাল্যদান, মাল্য-বিনিময়, পাণিগ্ৰহণ, কৰগ্ৰহণ, কৰগ্ৰহ, দৃঢ়সংযোগ, উদ্বাহন, উপযাম, উঢ়ি, উদ্বাহ, নিকাহ, চকলং।

**বিবৃতি** (DESCRIPTION) ঃ বৰ্ণনা, বিৱৰণ, বক্তৃতা, ব্যাখ্যা, বাৰ্ত্তা, বৃত্তান্ত, প্ৰতিবেদন, নিৰূপন, নিৰ্দ্দেশ।

**বিবেচনা** (DISCERNMENT) ঃ বিচাৰ, বিৰ্মশ, বিমৃশ্যতা, বিশ্লেষণ, বাছবিচাৰ, চিন্তা, ভাবনা, সমীক্ষা, সমীক্ষণ, মূল্যায়ন, মূল্যানুমান, পৰ্য্যালোচনা,

পর্য্যবেক্ষণ, তত্ত্বানুসন্ধান, পৰীক্ষা, পৰীক্ষণ, নিৰীক্ষা, নিৰীক্ষণ, হিচাপ, আলোচনা, অৱবোধ।

**বিভা** (SPLENDOUR) ঃ দীপ্তি, দ্যুতি, জ্যোতি, প্রকাশ, প্রভা, কিৰণ, আভা, আলোক, বৈভব, শোভা, ঔজ্জ্বল্য।

**বিভাগ** (DIVISION) ঃ ভাগ, অংশ, খণ্ড, অঞ্চল, বটোৱাৰা, বিযোগ, বিশ্লেষ, বিভাজন, ভাজন, ভাগহৰ, বৰ্গ।

**বিভূতি** (GREAT WEALTH) ঃ ঐশ্বৰ্য্য, বিভৱ, সম্পত্তি, সমৃদ্ধি, ধন-সম্পত্তি, সম্পদ, সিদ্ধি, অভ্যুদয়, প্ৰাচুৰ্য্য, বৈপুল্য, অৰ্থ, ধন, বিত্ত, শ্ৰী, লক্ষ্মী।

**বিমুখ** (UNFAVOURABLE) ঃ নিৰাশ, নিস্পৃহ, প্ৰতিকূল, পৰাঙ্মুখ, অমত, অপ্ৰসন্ন, উদাসীন, বীতৰাগ, বিতুষ্ট, বিব্ৰত, বিৰক্ত, বিৰাগী, বিমৰ্ষ।

**বিৰক্তি** (DISPLEASURE) ঃ অসন্তোষ, অশান্তি, অস্বাচ্ছন্দ্য, অনাসক্তি, আমনি, বিমুখতা, বিষণ্ণতা, বিষাদ, বীতস্পৃহতা, বিতৃষ্ণা, নিৰসতা, দিগ্‌দাবি।

**বিৰাম** (REST) ঃ বিশ্ৰাম, বিৰতি, বিশ্ৰান্তি, বিচ্ছেদ, অৱসান, অব্যাহতি, অৱসৰ, অৱকাশ, আধাৰ, আশ্ৰয়, ক্ষান্তি, নিবৃত্তি, ফাঁক, যতি, উপশম, স্থিৰতা।

**বিৰোধ** (ENMITY) ঃ বাধা, বিপক্ষতা, বৈৰিতা, বৈপৰীত্য, বৈৰ, বিদ্বেষ, বৈষম্য, বিৰোধিতা, বিৰুদ্ধতা, বিসম্বাদ, বৈমত্য, বৈলক্ষণ্য, অমিত্ৰতা, দ্বেষ, মতদ্বৈধ, মতভেদ, মতান্তৰ, প্ৰতিকূলতা, দ্বন্দ, অমিল।

**বিলম্ব** (DELAY) ঃ পলম, গহৰি, বেলি, দেৰি, মন্থৰতা, ধীৰতা, শিথিলতা, দীৰ্ঘসময়, দীৰ্ঘসূত্ৰতা, দীৰ্ঘকাল, অন্তৰায়, প্ৰতিৰোধ, হেলা।

**বিলাপ** (LAMENTATION) ঃ বিননি, খেদ-প্ৰকাশ, শোক-প্ৰকাশ, খেদোক্তি, ক্ৰন্দন, শোক, ৰুদন, ৰুদিত, ৰোদন, আক্ৰোশ, পৰিদেব।

**বিলাস** (LUXURY) ঃ আমোদ-প্ৰমোদ, ক্ৰীড়া, খেলা, ধেমালি, প্ৰমোদ, সম্ভোগ, শৃঙ্গাৰ, চখ, বিলাসিতা, ব্যসন, বিহাৰ, বিষয়সুখ, লীলা, বিহাৰ, কেলি, সুখভোগ, উপভোগ, ভোগ।

**বিশুদ্ধ** (PURIFIED) ঃ পৱিত্ৰ, পৰিষ্কাৰ, প্ৰকৃত, নিৰ্মল, নিষ্পাপ, নিভাজ, নিৰ্ভেজাল, বিমল, বিশোধিত, বাস্তৱিক, আচল, অদূষিত, স্বাভাৱিক, সত্য, ঠিক।

**বিশৃঙ্খল** (INDISCIPLINED) ঃ উচ্ছৃংখল, অসংযত, খেলি-মেলি, আউলবাউল,

অনিয়মিত, উখল-মাখল, বিভ্ৰাট, ওলট-পালট, অব্যৱস্থা, গণ্ডগোল, অশান্তি, উদুলি-মুদুলি, অসামঞ্জস্য, অমান্যতা, নৈৰাজ্য, উপদ্ৰৱ, বিভ্ৰাট, হৈ-চৈ, গৰমিল, বিপৰ্য্যয়, অব্যৱস্থিত, পৰ্যাস্ত, অস্বস্থ্য।

**বিশ্ৰাম** (CESSATION) ঃ বিৰাম, জিৰণি, ক্ষান্তি, অৱসৰ, বিৰতি, অৱকাশ, আৰাম, নিবৃত্তি, বিশ্ৰান্তি, আলস্য, বিৰাগ, অৱসান, ছুটি, স্থিৰতা, শ্ৰমোপশম, নিৰাকুলতা।

**বিশেষ** (SPECIAL) ঃ অসামান্য, ঘাই, প্ৰধান, প্ৰভেদ, বৈলক্ষণ্য, প্ৰকাৰ, ভেদ, প্ৰকৃষ্ট, অসাধাৰণ, সমধিক, অধিক, বিশিষ্ট, সবিশেষ।

**বিশ্ৰী** (UGLY) ঃ শ্ৰীহীন, কুৰূপ, আপচু, কুচ্ছিত, কুৎসিত, অপ্ৰিয়দৰ্শন, বীভৎস, অশুভ, উগ্ৰ, ভীষণ।

**বিশ্ব** (UNIVERSE) ঃ সংসাৰ, পৃথিৱী, জগত, বিশ্বব্ৰহ্মাণ্ড, ত্ৰিলোক, ত্ৰিভুবন, সৌৰজগত, অন্তৰীক্ষ, মহাশূণ্য, মহাকাশ, ব্যোম, সৃষ্টি, স্থাবৰ, জঙ্গম, সমগ্ৰ, সৰ্ব।

**বিশ্বাস** (CONFIDENCE) ঃ প্ৰত্যয়, পতিয়ন, সজাঁত নিষ্ঠা, আস্থা, সত্যতা, ধাৰণা, ভৰসা, আশ্বাস, প্ৰতীতি, সাহস, বিচাৰ, শ্ৰদ্ধা, অসন্দেহ, আত্মবিশ্বাস, প্ৰগল্‌ভতা।

**বিষ** (PAIN) ঃ বেদনা, দেহ-কষ্ট, বিষ-ক্ৰিয়া, পীড়া, বিষণ, বিষায়ন, দুখ, ব্যাধি, শূল।

**বিষণ্ণ** (DEJECTED) ঃ বিষাদপূৰ্ণ, বিমৰ্ষ, বেজেৰুৱা, বিষাদিত, বেজাৰমুৱা, ম্লান, দুঃখিত, নিৰানন্দ, নিস্তেজ, অসুখী, ম্ৰিয়মাণ, দুঃখী, উদ্বিগ্ন, বিমনস্ক, দুৰ্মনস্ক।

**"বিষ্ণু"** ("VISHNU") ঃ অচ্যুত, অনন্ত, অনন্তশয়ন, অধোক্ষজ, অজিত, অসংপুষ, অপৰাজিত, অৰিষ্টনেমি, অনন্তদেৱ, অনাদি, ঈপতি, ঋতধামী, কেশৱ, কমলাপতি, কালকুণ্ঠ, কমলাকান্ত, কুন্দ, কেশট, কৈটভাৰি, কমললোচন, কঞ্জনাভ, কুন্দৰ, কৌস্তুভহৃদয়, খগাসন, গোলোকনাথ, গোলোকপতি, গোলোকেশ্বৰ, গৰুড়বাহন, গৰুড়কেতু, গৰুড়ধ্বজ, গদাধৰ, গদাপাণি, চক্ৰধৰ, চক্ৰপাণি, চক্ৰায়ুধ, চতুৰ্ভুজ, চক্ৰী, চতুৰ্বাহু, চতুষ্কৰ, জনাৰ্দন, জলশায়ী, জগদীশ্বৰ, জগন্নাথ, জহ্নু, জয়পাল, বিভু, বিশ্বৰূপ, বামণ, বভ্ৰু, বলিন্দম, ব্ৰহ্মনাভ, বলিসুদন, বৈকুণ্ঠ, বৈকুণ্ঠপতি, বৈকুণ্ঠনাথ,

বিশ্বম্ভৰ, বাসু, ভুৱনমোহন, লোকনাথ, লক্ষ্মীনাথ, লক্ষ্মীন্দ্ৰ, লক্ষ্মীকান্ত, লক্ষ্মীপতি, লক্ষ্মীশ্বৰ, ৰমাকান্ত, ৰমানাথ, ৰমাপতি, ৰমেশ, ৰন্তিদেৱ, শ্ৰীনাথ, শ্ৰীনিৱাস, শ্ৰীকান্ত, শ্ৰীপতি, শংখধৰ, শংখপাণি, শাৰংগধৰ, শিপিবিষ্ট, নলিনেশয়, নাৰায়ণ, নিৰঞ্জন, মাধৱ, মদুদ্বিষ, মধুসূদন, মুকুন্দ, মুঞ্জকেশী, মাল, দনুজদমন, দানৱাৰি, দীনবন্ধু, দীননাথ, দীনেশ, দামোদৰ, দৈত্যাৰি, ধৰণীশ্বৰ, ধৰাধৰ, সত্য, পদ্মধৰ, পঞ্চায়ুধ, পদ্মপাণি, পুণ্ডৰীকাক্ষ, পদ্মনাভ, পুৰাণপুৰুষ, পীতাম্বৰ, পুৰোষোত্তম, পাৰয়ণ, পৰব্যোম, ত্ৰৈলোক্যনাথ, ত্ৰিলোকনাথ, ত্ৰিবিক্ৰম, ত্ৰৈলোকেশ্বৰ, ত্ৰিককুদ, হৃষীকেশ, হৰি, হংস, যজ্ঞপুৰুষ, যজ্ঞেশ্বৰ, বিষ্টৰশ্ৰৱা, বিষ্কক্সেন, বৃদাংক, শতানন্দ, শতাবৰ্ত, শ্ৰীকৰ, শ্ৰীধৰ, শ্ৰীবৎস, শ্ৰীবৎসলাঞ্ছন, সুয়ামুন, সুৰোত্তম, সুষেণ, সোমগৰ্ভ, স্বম্ভু, কৃষ্ণ, গোপাল, গোৱৰ্দ্ধনধাৰী, গোৱিন্দ, নৰকাৰি, মঁঞ্জুকেশী, মুৰাৰি, যদুশ্ৰেষ্ঠ, ৰাধাৰমণ, বাৰ্ষ্ণেয়, বৃষ্ণিগৰ্ভ, বাসুদেৱ।

**বিষম** (INEQUAL) : দুঃসহ, উৎকট, বিপজ্জনক, বিপৰীত, অসমান, বিষদৃশ্য, বন্ধুৰ, বেয়া, মন্দ, অধম, টান, গুৰুতৰ, সাংঘাটিক, দুঃসহ, দুৰ্গম।

**বিষয়** (SUBJECT) : আলোচ্য, বক্তব্য, বিবেচ্য, জ্ঞেয়বস্তু, সংসাৰ, পদ, বাব, প্ৰসঙ্গ, উদ্দেশ্য, প্ৰস্তাব, যুক্তি, প্ৰকৰণ, উপাদান, প্ৰকৃতি, তাৎপৰ্য, দ্ৰব্য।

**বিষাদ** (SADNESS) : বেজাৰ, দুখ, খেদ, আৰ্তি, উদ্বেগ, শোকাবহ, দুখপূৰ্ণ, মনোবেদনা, অসন্তোষ।

**বিস্তাৰ** (EXPANSION) : প্ৰসাৰ, পৰিসৰ, পুতল, পৰিব্যাপ্তি, পৰ্য্যসন, বৰ্ধন, ব্যাপ্তি, বিস্তৃতি, বিক্ষেপ, বিকিৰণ, বিচ্ছুৰণ, পৰ্য্যসন, বিস্তৰ, বিততি।

**বিস্ময়** (WONDER) : আশ্চৰ্য, আশ্চৰ্যবোধ, বিস্ময়কৰ, বিস্ময়াবহ, বিস্ময়জনক, চমক, বিহ্বলতা, অলৌকিকতা, আকস্মিকতা, অবাস্তৱতা, চমৎকাৰিতা, অপূৰ্ববস্তু, অদ্ভুত।

**বিস্মৃতি** (OBLIVION) : বিস্মৰণ, পাহৰণ, পাহৰ, স্মৃতিভ্ৰংশ, স্মৃতিবিভ্ৰম, স্মৃতিহীন, স্মৃতিলোপ, স্মৃতিভ্ৰষ্ট, বিস্মৰ, ভ্ৰম, অনবধানতা, অমনোযোগ, অবগণনা, উপেক্ষা।

**বিহ** (POISION) : গৰল, গৰ, জাংগুল, কালকূট, হলাহল, হালাহল, জীৱান্তক, বিষকুম্ভ।

**বিহীন** (DEPRIVE) : ৰহিত, বৰ্জিত, পৰিত্যক্ত, নথকা, হীন, শূন্য।

**বীৰ্য** (SEMEN) ঃ শুক্র, ৰেতঃ, ধাতু, বলশালিতা, বীৰত্ব, প্রতাপ, বল, সাহস, পৌৰুষ, তেজঃ, পৰাক্রম, শৌর্য, বিক্রম।

**বীৰ** (HERO) ঃ বলী, সাহসী, যোদ্ধা, শূৰ, বিক্রমশালী, ৰণ-নিপুণ, বলবন্ত, বলীয়ান, শক্তিমান, নির্ভীক, মহাবীৰ, সুবীৰ, সুবিক্রম।

**বুটা** (DWARFISH) ঃ বাওনা, বাউনা, বাউনিয়া, বামন, কঁটীয়া, চুটি-চাপৰ, কঁটীয়া-বজৰু, হ্রস্বকায়, টিলিকা।

**বুঢ়া** (AGED) ঃ বৃদ্ধ, বয়সস্থ, পৈণত, প্রৱীণ, পুৰঠ, প্রাচীন, স্থবীৰ, থবিৰ, প্রৌঢ়, বর্ষিষ্ঠ, অথর্ব, সর্বজ্যেষ্ঠ, প্রবৃদ্ধ, প্রবীণ, পুৰাতন, পুৰণি, পুৰণিকলীয়া, পুৰাতনীয়া, বয়োজ্যেষ্ঠ, বয়োবৃদ্ধ, বর্ষীয়ান, কুলবৃদ্ধ।

**"বুদ্ধদেৱ"** ("BUDDHADEVA") ঃ গৌতম, গৌতমবুদ্ধ, অৱলোকিতেশ, অকনিষ্ঠ, অকূর্চ, অমিতাভ, শাক্যমুনি, শাক্যসিংহ, শৌদ্ধোদন, শ্রীঘন, সিদ্ধার্থ, সুগত সম্বুদ্ধ, বুদ্ধ, বিনায়ক, বিশ্বজিৎ, বোধিসত্ত্ব, তথাগত, মহাবোধি, মৈত্রেয়, দশবল, পদ্মপাণি, ধর্মকেতু, লোকজিৎ, তাপী, ষড়ভিজ্ঞ, অর্কবন্ধু, অর্কবান্ধৱ, কলিশাসন, কৰুণাকূর্চ, খজিৎ, শ্বেতকেতু, সর্বার্থসিদ্ধ, সংগুপ্ত, সমন্তভদ্র, মাৰজিৎ, মুনীন্দ্র, ধর্মৰাজ।

**বুদ্ধি** (INTELLIGENCE) ঃ বোধ, কৌশল, উপায়, পৰামর্শ, বোধশক্তি, জ্ঞান, মেধা, মগজ, প্রজ্ঞা, ধীশক্তি, জ্ঞানশক্তি, প্রতিভা, বিবেচনা, মস্তিষ্ক, চাতুর্য্য, প্রজ্ঞান, অনুভৱ, চেতনা, মনীষা, স্মৰণশক্তি, প্রত্যুৎপন্নমতিত্ব।

**বুদ্ধিমান** (INTELLIGENT) ঃ বুধিয়ক, বুদ্ধিযুক্ত, বুদ্ধিমন্ত, বিচক্ষণ, বিদগ্ধ, বিবেকী, বিবেকপূর্ণ, মেধাবী, প্রাজ্ঞ, প্রভাৱশালী, পণ্ডিত, তেজস্বী, চতুৰ, জ্ঞানী, ধীমান, ধীসম্পন্ন, ধীযুক্ত, কুশাগ্রধী, তীক্ষ্মধী, প্রমতি, মেধাৱান।

**বুধ** (BUDH, THE PLANET) ঃ ৰোহিনীতনয়, ৰৌহিনেয়, সৌম্য, সুত, একাংগ, চান্দ্রমসায়ন, চান্দ্রমসায়ান, শ্যামাংগ, ইন্দুজ, শশিসুত।

**বুধগ্রহ** (MERCURY) ঃ একাংগ, ৰেআহিনেয়, শ্যমাংগ, সৌম্য, চান্দ্রমসায়ন, চান্দ্রমসায়নি।

**বৃত** (COVERED) ঃ আবৃত, বেষ্টিত, পৰিবেষ্টিত, আচ্ছাদিত, প্রচ্ছাদিত।

**বৃত্তান্ত** (STATEMENT) ঃ ঘটনা, বিৱৰণ, সম্বাদ, সমাচাৰ, বার্ত্তা, নিৰূপণ, নির্দেশ, বর্ণনা।

বৃত্তি (LIVELIHOOD) ঃ প্ৰতিপালন, জীৱিকা, ব্যৱসায়, জলপানী, জীৱনোপায়, আজীৱিকা।

বৃদ্ধি (GROWTH) ঃ বাঢ়ন, বিস্তৃতি, বিস্তাৰ, বৰ্দ্ধন, বিকাশ, আধিক্য, অভ্যুদয়, অভিবৃদ্ধি, উন্নতি, উত্থান, উদয়, উন্নয়ন, শ্ৰীবৃদ্ধি, প্ৰসাৰ, সমৃদ্ধি।

বৃহৎ (LARGE) ঃ ডাঙৰ, আহল-বহল, মহৎ, প্ৰকাণ্ড, বিৰাট, বিশাল, বিপুল, পৃথুল, মহান, স্থূল।

"বৃহস্পতি" ("JUPITAR") ঃ গুৰু, সুৰাচাৰ্য্য, অনিমিষাচাৰ্য্য, অনিৰ্বাপ, বাচস্পতি, ব্ৰহ্মণস্নাত, গীষ্পতি, নীতিঘোষ, প্ৰচক্ষুঃ, ধিষণ, দীদিবি, চক্ষুঃ, জীৱ, চিত্ৰশিখাণ্ডিজ, ইন্দ্ৰেজ্য, ইজ্য, অনিৰ্বাপ, আঙ্গিৰস।

বেঁকা (CURVED) ঃ বক্ৰ, বঙ্কিম, ভাঁজযুক্ত, কুটিল, কুঞ্চিত, তিৰ্য্যক, তৰঙ্গিত, টেঁৰা, টেঁৰা-টেৰি, হেকেনা, টেঁৰা-বেঁকা, টেৰি-মেৰি, টেৰেচীয়া, আঁভজা।

বেতন (SALARY) ঃ দৰমহা, বানচ, পাৰিশ্ৰমিক, মজুৰি, ভাত্তা, পাৰিতোষিক, কৰ্মণ্যা, ভৰণ্য, ভৰ্মন্যা, হাত্ৰ।

বেদনা (ACHE) ঃ বিষ, পীড়া, যাতনা, কষ্ট, যন্ত্ৰণা, ব্যথা, দুখ, ক্লেশ, ব্যাধি, শূল।

বেলি (SUN) ঃ সূৰ্য, আদিত্য, চিত্ৰভানু, সুৰুয, তপন, দিনমণি, দিবাকৰ, দ্যুমণি, দিনকৰ, দিনপ্ৰণী, প্ৰভাকৰ, ভানু, ভাস্কৰ, ভাস্বত, ভাতু, ভগ, মিহিৰ, মাৰ্তণ্ড, মৰীচি, মিত্ৰ, মুণ্ডীৰ, ৰবি, বিভাকৰ, বিভাবসু, বিকৰ্তন, বিৰোচন, বিবস্বত, ব্ৰধ্ন, বেদোদয়, সপ্তাশ্ব, সবিতৃ, সূৰ, অৰ্ক, অংশুম, অংশুমালি, অংশুহস্ত, অৰ্যমা, অৰ্হপতি, অহস্পতি, উষ্ণৰশ্মি, গ্ৰহপতি, খতিলক, খমণি, গ্ৰহপুষ্প, জগচ্চক্ষু, জলতস্কৰ, তৰ্ষু, তৰণি, ত্ৰয়ীতনু, ত্বিৰ্যাংপতি, পতংগ, পদ্মবন্ধু, পাথ, দূষণ, পেৰু, হংস, হেলি।

বৈচিত্ৰ্য (DIVERSITY) ঃ বিভিন্নতা, প্ৰভেদ, অনৈক্য, অমত, বিবাদ, বিৰোধ, বিচিত্ৰতা, নানাৰূপতা, নানাবিধত্ব, ভেদ, বিশেষত্ব, অসাম্য, পৃথকত্ব, বৈষম্য, বৈভিন্ন, বহুৰূপতা, ব্যতিক্ৰম, অভিনবত্ব, নতুনত্ব, ৰকম, ধৰণ, প্ৰকাৰ।

বৈঠক (SESSION) ঃ অধিবেশন, সন্মিলন, আলোচনা, উপবেশন, সভা, সমিতি, মজলিছ, দৰবাৰ, পঞ্চায়ত, মিলন, সংঘ, চক্ৰ, পাঠচক্ৰ।

**বৈদ্য** (PHYSICIAN) ঃ বেজ, চিকিৎসক, কবিৰাজ, ডাক্তৰ, ভিষক, ওজা, ভিষক্ৰত্ন, আয়ুৰ্বেদী, জীৱদ, দোষজ্ঞ, নিদানজ্ঞ, ভিষজ্, অংগদকাৰ।

**বোধ** (INTELLECT) ঃ জ্ঞান, বুদ্ধি, অনুভৱ, উপলব্ধি, অভিজ্ঞতা, ভাব, ভাবনা, অনুভূতি, অভিপ্ৰায়, মনোভাৱ, বিচাৰ, সংবেদনা, মত, ধ্যান, ধাৰণা, মৰ্ম, চিন্তা, বিবেচনা।

**ব্যক্ত** (APPARENT) ঃ প্ৰকাশিত, বিদিত, দেখা, স্পষ্ট, স্ফুট, দৃশ্য, দৃষ্টিগোচৰ, অভিব্যক্ত।

**ব্যক্তি** (PERSON) ঃ লোক, জন, মানুহ, মনুষ্য, নৰ, পুৰুষ, কায়, তনু, দেহ, শৰীৰ।

**ব্যক্তিগত** (PERSONAL) ঃ নিজা, নিজৰ, আপোন, নিজস্ব, স্বীয়, স্বকীয়, কায়িকা, শাৰীৰিক, ব্যক্তিস্থিত, স্বয়ংকৃত।

**ব্যক্তিত্ব** (PERSONALITY) ঃ বিশেষত্ব, স্বভাৱ, স্বালক্ষণ্য, আত্মানুভূতি।

**ব্যতিক্ৰম** (ANOMALY) ঃ লংঘন, অন্যথা, ওলোটা, ওলট-পালট, লুটিয়া, বদলা, বিপৰীত, বিপৰ্য্যয়, বিপৰ্যস্ত, বৈপৰীত্য, পৰ্যস্ত।

**ব্যৱসায়** (BUSINESS) ঃ কাৰবাৰ, বেপাৰ, বাণিজ্য, বৃত্তি, জীৱিকা, পেছা, বিপণন, কিনা-বিকা, বেছা-কিনা, ক্ৰয়-বিক্ৰয়, দোকান, বণিজ, পণন।

**ব্যৱস্থা** (RULE) ঃ দিহা, উপায়, যুগুতি, কাৰ্যবিধি, নিয়ম, আইন, বিধান, বিধি, মৰ্যাদা, আদেশ, ন্যায়।

**ব্যৱহাৰ** (CONDUCT) ঃ আচৰণ, প্ৰয়োগ, প্ৰথা, আচাৰ, ৰীতি, আইন, চলন, নিয়োগ, চাল-চলন, চৰিত্ৰ, মতিগতি, গতিবিধি, শিষ্টাচাৰ, ভদ্ৰতা, অভ্যাস, ঢং, চৰিত, প্ৰণয়ন, ৰূঢ়ি।

**ব্যয়** (EXPENDITURE) ঃ খৰচ, বিসৰ্জন, ক্ষয়, হ্ৰাস, নাশ, কিনা, ক্ৰয়, অপচয়, দাম, মূল্য, অপব্যয়, দেয়, ভগন।

**ব্যৰ্থ** (FRUITLESS) ঃ বিফল, নিষ্ফল, বৃথা, অসাৰ্থক, নিৰৰ্থক, বন্ধ্য, নষ্ট, নিষ্প্ৰয়োজন, নিৰুপযোগ, অকৃতকাৰ্য, অসিদ্ধ, অসফল, বিফলমনোৰথ, অনুত্তীৰ্ণ, অক্ষম, অচৰিতাৰ্থ, হতাশ, নিৰাশ, অসমৰ্থ, অপাৰগ, পণ্ড।

**ব্যায়াম** (EXERTION) ঃ অঙ্গচালনা, শৰীৰচৰ্চ্চা, যোগাভ্যাস, যোগাসন, মৰ্দন, কষ্ট, শ্ৰম, পৰিশ্ৰম, ক্লেশ, প্ৰয়াস, উদ্যম, যত্ন।

ব্যোম (SPACE) ঃ আকাশ, গগণ, অন্তৰীক্ষ, অম্বৰ, নভ, নভঃ, নভঃস্থল, নভঃস্থ, নভোমণ্ডল, আকাশ-মণ্ডল, গগণ-মণ্ডল, শূন্য, বায়ু।

"ব্ৰহ্মা" ("BRAHMA") ঃ অজ, অব্জযোনি, অষ্টকর্ণ, আত্মভূ, আদিকবি, ক, কঞ্জ, কমন, কবি, চতুর্মুখ, জন্যু, দ্রুঘহণ, দ্রুঘণ, দ্রুহিণ, ধাতু, নাভিজ, পদ্মভূ, পদ্মাসন, পৰমেষ্ঠী, পিতামহ, পুৰানগ, প্ৰজাপতি, প্ৰযূজ্য, ভাৱবৃত্ত, ৰজোমূর্ত্তি, লোকেশ, বিধাতৃ, বিধি, বিৰিঞ্চি, বিৰিঞ্চন্, বিশ্বৰেতঃ, বিশ্বসৃজ্, বিশ্বাত্মা, বেদগৰ্ভ, বেদীশ, বেধস্, শতানন্দ, সত্যক, সনৎ, সনাতন, সর্বতোমুখ, সামযোনি, সুৰজ্যেষ্ঠ, স্রষ্টৃ, স্বয়ম্ভু, হংসবাহন, হিৰণ্যগৰ্ভ।

ব্ৰহ্মাণ্ড (UNIVERSE) ঃ সৃষ্টি, জগৎ, ব্ৰহ্মাডিম্ব, গোল, মণ্ডল, চৰাচৰ, ভুবন, বিশ্ব, লোক, ভব, সংসাৰ, মহাবিস্তাৰ, ভূম, জগতী, ত্ৰিভুবন।

ব্ৰাহ্মণ (BRAHMIN) ঃ অগ্ৰজন্মা, এতশ, ত্ৰয়ীপুষ, দ্বিজ, ভূদেৱ, মুখজ, মৈত্ৰ, বিপ্ৰ, বেদগৰ্ভ, বামুণ, বাপু, দেউ, ঠাকুৰ

## [ ভ ]

ভক্ত (VOTARY) ঃ ভকত, অনুৰক্ত, শ্ৰদ্ধাশীল, উপাসক, সেৱক, পূজক, ব্ৰতী, ব্যাসক্ত, অনুগত, অনুগামী, শিষ্য।

ভগ্ন (BROKEN) ঃ ভগা, খণ্ডিত, ফটা, ভঙ্গা, ছিন্ন, বিনষ্ট, চূর্ণিত, অতিক্ৰম, উচ্ছিন্ন, বিনাশ, বিপত্তি, জৰ্জৰতা, জীৰ্ণতা।

ভগ্নী (SISTER) ঃ ভনী, ভগিনী, সহোদৰী, সহোদৰা, স্বসা, সোদৰ্যা, ভগিনিকা, জামি, যামি, যামী, স্বসৃ, সোদৰা, অম্বা, অম্বতী, অম্বিকা, কন্যসা, বৈমাত্ৰী, বৈমাত্ৰেয়ী, জ্যেষ্ঠভগ্নী, কনিষ্ঠাভগ্নী, অগ্ৰজা।

ভঙ্গা (BREAK) ঃ ভাঙোন, লঙ্ঘন, হানি, নাশ, বিদাৰণ, ভগ্ন, ফটা, জীৰ্ণ, লংঘন, বিদীৰ্ণ, ভঙ্গুৰ, বিদাৰিত, চূৰ্ণীভূত, ধ্বংস।

ভঙ্গী (JESTURE) ঃ অঙ্গচালনা, ধৰণ, ঠাৰ, ইঙ্গিত, অঙ্গি-ভঙ্গি, ভঙ্গিমা, মুদ্ৰা, বিন্যাস, শৈলী, ভ্ৰূকুটি, কটাক্ষ, মুখব্যাদান, ভ্ৰূকুঞ্চন, ভ্ৰূসংকেত।

ভজন (WORSHIP) ঃ আৰাধনা, ভক্তি, পূজন, অভ্যৰ্চনা, অৰ্চনা, অৰ্চা, উপাসনা, অত্যনুৰাগ, অত্যাসক্তি, পূজা, সপৰ্যা।

**ভণ্ড** (HYPOCRITICAL) ঃ প্রবঞ্চক, কপট, শঠ, প্ৰতাৰক, ঠগা, খিল, দাম্ভিক, কৃতক।

**ভদ্ৰ** (MODEST) ঃ ভাল, সাধু, সুশীল, সুশীলা, সজ্জন, সভ্য, সম্ভ্ৰান্ত, সুবোধ, সুধীৰ, সুজন, সৌম্য, শ্ৰেষ্ঠ, শিষ্ট, শালীন, শান্ত, শিক্ষিত, নম্ৰ, উত্তম, অভিজাত, অনুগ্ৰ, গুণান্বিত, অতীব্ৰ, মৃদু, মাৰ্জিত, বিনীত, বৰেণ্য।

**ভৱন** (RESIDENCE) ঃ ঘৰ, আলয়, আবাস, অট্টালিকা, অধিষ্ঠান, গৃহ, গেহ, হৰ্ম্য, নিবাস, নিকেতন, নিলয়, বঙলা, প্ৰাসাদ, কেতন, মন্দিৰ।

**ভৱিষ্যত** (FUTURE) ঃ ভাবী, ভাবীকাল, ভাব্য, ভৱিতব্য , আসন্নকাল, আগামি, আগত, আমুষ্মিক, অনাগত, অনাগতকাল, অৱশ্যম্ভাবিতা, উত্তৰকাল, পৰজন্ম, পৰকাল, পাৰলৌকিক।

**ভয়** (FEAR) ঃ শঙ্কা, অভিশংকা, আশঙ্কা, আতঙ্ক, ত্ৰাস, ভীতি, ভীষণ, ভীষা, ৰোমহৰ্ষক, ভয়ঙ্কৰ, মহাভয়, ডৰ, চিন্তা, সন্ত্ৰাস, দাৰুণ, ভয়াৱহ, ঘোৰ, বিপত্তি, দুশ্চিন্তা, দুৰ্ভাবনা, শংকাকুল, বিগ্নতা, উদ্বেগ, বিভীষিকা, সাধ্বস, সাংঘাতিক, আতঙ্কিত, সন্ত্ৰস্ত, ভয়াল।

**ভয়ঙ্কৰ** (TERRIFIC) ঃ ভীষণ, ভয়ানক, দাৰুণ, ভয়াবহ, মাৰাত্মক, গুৰুতৰ, বিপজ্জনক, সংকটজনক, প্ৰলয়ঙ্কৰ, প্ৰচণ্ড, প্ৰবল, নিষ্ঠুৰ, নিদাৰুণ, দুঃসহ, বিকট, তীব্ৰ, উগ্ৰ, কঠোৰ, কৰাল, দুঃসাধ্য, বিষম।

**ভৰণি** (COMPENSATION) ঃ ক্ষতি, খৰচ, ব্যয়, প্ৰতিফল, পূৰ্ত্তি, ক্ষতিপূৰ্ত্তি, ক্ষতিপূৰণ, নাশ, হানি, ভ্ৰংশ, অপ্ৰাপ্তি, চ্যুতি, অপচয়, প্ৰত্যুপকাৰ, নিস্তাৰ, নিষ্কৃতি।

**ভৰসা** (EXPECTATION) ঃ ভাৰসা, আশা, প্ৰত্যাশা, আস্থা, নিৰ্ভৰ, বিশ্বাস, প্ৰত্যয়, প্ৰতীক্ষা, নিৰাপত্তা, অপেক্ষা, আকাংক্ষা।

**ভৰ্ত্তা** (HUSBAND) ঃ স্বামী, পতি, অধিপতি, প্ৰভু, প্ৰাণনাথ, প্ৰিয়তম, পৰিনেতৃ, ভৰ্তৃ, বৰ, বৰয়িতৃ, বল্লভ, বিবোঢ়্।

**ভঁৰাল** (GRANARY) ঃ ভাণ্ডাৰ, ভণ্ডাৰ, গুদাম, গুদামঘৰ, আলয়, আধাৰ, আগাৰ, আকৰ, গোলা, দ্ৰব্যগাৰ, দোকান, বিপনি, ডিপো, কণ্ডোল, কুশূল, ধান্যাগাৰ, পিট, শালা, স্থান।

**ভৰি** (FOOT) ঃ পাৱ, চৰণ, পদ, পাও, অধমাংগ, পাদ, অধোভাগ, তল।

**ভাগ** (PORTION) ঃ অংশ, খণ্ড, টুকুৰা, বিভাজন, বিভাগ, শাখা, অংশীদাৰি, হৰণ, অনুপাত।

**ভাগ্য** (LUCK) ঃ অদৃষ্ট, কপাল, দৈৱ, নছিব, নিয়তি, বিধি, কিছমত, প্ৰাক্তন, বিধিলিপি, ললাট, ভাগ্যলিপি, দশা, ভাগ্যলিখন, কপাললিখন, সুবাসনা, সৌভাগ্য, দুৰ্ভাগ্য, ভবিতব্যতা, ভৱনীয়, ভাগধেয়, দিষ্ট, দিষ্টি।

**ভাব** (EMOTION) ঃ অৰ্থ, আবেগ, অসূয়া, অভিপ্ৰায়, অন্তৰ্বেগ, গূঢ়াৰ্থ, চিন্তা, আলস্য, উৎসুকতা, বিকাৰ, চিত্তক্ষোভ, শঙ্কা, মোহ, চপলতা, বিষাদ, জড়তা, সুপ্তি, উন্মাদ, নিদ্ৰা, দৈন্য, হৰ্ষ, গৰ্ব।

**ভাৰ** (WEIGHT) ঃ ভৰ, ওজন, বোজা, দায়িত্ব, গুৰুত্ব, পৰিমাণ, মহত্ব, চাপ, উপঢৌকন, প্ৰতিবাচ্যতা, প্ৰষ্টব্যতা।

**ভাল** (GOOD) ঃ শুভ, শুদ্ধ, শোভন, শান্ত, শ্ৰেষ্ঠ, শ্ৰেয়, উচিত, উৎকৃষ্ট, উত্তম, উৰ্বৰ, উপযুক্ত, উপকাৰক, নীৰোগ, বঢ়িয়া, সুন্দৰ, মনোহৰ, চমৎকাৰ, ৰুচিৰ, কুলীন, বিশুদ্ধ, খাঁটি, পৰম, প্ৰকৃষ্ট, নিকা, মৃদু, চাৰু, প্ৰশস্ত, সাধু, যোগ্য, হিত, ফলপ্ৰদ, সদাচাৰ, কল্যাণ, কুশল, ক্ষেম, হিতকৰ, হিতাৱহ, কল্যাণ-কাৰক, উপকাৰক।

**ভাষা** (LANGUAGE) ঃ কথা, কথাবাৰ্ত্তা, কথোপকথন, বচন, উক্তি, উচ্চাৰণ, মাত, বোল, বিভাষা, শব্দ, বাক্য, পদ, বাণী, বচনামৃত, মুখামৃত, মনকথা, পদসংঘটনা, ভাষাসৰণি, ৰচনাশৈলী, ৰীতি, বাগ্‌বিন্যাস।

**ভিজা** (WET) ঃ তিয়া, তিতাঁ, সিক্ত, আৰ্দ্ৰ, জলপূৰ্ণ, জলময়, স্নীত, ধৌত, দ্ৰব, স্তেম, সদ্ৰব, ক্লিন্ন, ক্ষীব।

**ভিতৰ** (IN) ঃ ভিতৰত, মাজত, মধ্য, অন্তঃপুৰ, অভ্যন্তৰ, আভ্যন্তৰীণ, অন্তৰ, অন্দৰ, মধ্যে, ভিতৰি।

**ভিত্তি** (BASE) ঃ ভেটি, বুনিয়াদ, মূল, আধাৰশীলা, স্থাপন, স্থাপনা, নিবন্ধন, আদি, আৰম্ভ, উৎপত্তি, উদয়, উদ্‌গম, উদ্ভৱ।

**ভিন্ন** (SEPARATE) ঃ পৃথক, বেলেগ, ভিন, ভিন্ন-ভিন্ন, ভিন-ভিন, বিভক্ত, স্বতন্ত্ৰ, অন্য, বিচ্ছিন্ন, বিভেদ, বিযুক্ত, তাৰতম্য, পক্ষান্তৰ, অসংলগ্ন, প্ৰকাৰান্তৰ, বিদীৰ্ণ, বিষম, বিখণ্ডিত, বিসদৃশ, ব্যতিৰেক, অন্যথা।

**ভিক্ষা** (ALMS) ঃ সাহায্য, মাগন, খোজা, যাচ্ঞা, ভিক্ষাবৃত্তি, ভিক্ষাজীৱী,

পৰান্নজীৱী, কাঙাল, নিঃস্ব, ফকিৰ, ভিক্ষুক, ভিখাৰী, ভিক্ষাৰ্থী, ভিক্ষু, ভৈক্ষ্য।

**ভীত** (AFRAID) ঃ ত্ৰস্ত, সন্ত্ৰস্ত, ভীতত্ৰস্ত, আশঙ্কিত, শঙ্কিত, ভয়যুক্ত, ভয়াৰ্ত।

**ভীম** (BHIMA) ঃ ভীমসেন, পৱননন্দন, বৃকোদৰ, বল্লভ, জয়ন্ত, বায়ুসুত, বাহুশালী, জিহ্মাযোধী।

**ভীৰু** (FEARFUL) ঃ ভয়াতুৰ, কাপুৰুষ, ভয়শীল, সাহসহীন।

**ভীষণ** (TERRIBLE) ঃ ভয়ানক, ভয়ঙ্কৰ, ভয়াবহ, প্ৰচণ্ড, প্ৰবল, প্ৰকাম, তীব্ৰ, তুমুল, খুব, দাৰুণ, নিদাৰুণ, ঘোৰ, বিকৰাল, বিশাল, অত্যন্ত, কুৎসিত, বীভৎস, ভীতিপ্ৰদ।

**ভীষ্ম** (BHISHMA) ঃ গাংগেয়, গাংগায়নি, গংগাপুত্ৰ, গংগাসুত, শান্তনৱ, দেৱব্ৰত, তৰ্পণেচ্ছু, নদীজ।

**ভুল** (MISTAKE) ঃ ভ্ৰান্তি, ভ্ৰম, বিভ্ৰম, বিভ্ৰান্তি, বিস্মৰণ, বিকৃত, বেঠিক, অশুদ্ধতা, অমূলক, অসত্য, অযথাৰ্থ, অসঙ্গত, অবিহিত, অনুচিত, সংশয়, স্খলন, ত্ৰুটি, পাহৰণ, প্ৰমাদ।

**ভূ** (EARTH) ঃ পৃথিৱী, ধৰিত্ৰী, মেদিনী, বসুন্ধৰা, বসুমতী, মাটি, ভূমি, মহী, মৰ্ত্ত্য, স্থল, স্থান, ক্ষেত্ৰ, দেশ, জমি, উৰ্বী, অবণী, আধাৰ, ভূতল, ভূভাগ, ভূমণ্ডল, মৃত্তিকা, বাস্তুভূমি, ভূ-পৃষ্ঠ, পথাৰ।

**ভূমিকা** (PREFACE) ঃ পাতনি, প্ৰস্তাৱনা, আগকথা, পৃষ্ঠভূমি, প্ৰাক্কথন, উপক্ৰমণিকা, অনুক্ৰমণিকা, অৱতৰণিকা, গ্ৰন্থমুখ, আভাস, মুখবন্ধ, আৰম্ভ, প্ৰাৰম্ভ, গ্ৰন্থাভাস, সূচনা, ভণিতা, পূৰ্বকথন।

**ভূমিষ্ঠ** (BIRTH) ঃ সৃষ্টি, প্ৰসূত, উদ্ভূত, উৎপাদিত, জাত, ভূমিপতিত, অধঃশায়িত, অৱসন্ন।

**ভূষণ** (DECORATION) ঃ গহনা, অলঙ্কাৰ, অলংক্ৰিয়া, আভৰণ, আভূষণ, মণ্ডন, সজ্জা, পৰিষ্কৃতি।

**ভৃত্য** (SERVANT) ঃ লগুৱা, চাকৰ, বন্দী, পৰিকৰ, দাস, কিংকৰ, পৰিচাৰক, পৰিচৰ, লিগিৰা, লিকচৌ, বান্দা, পাচক, সুপকাৰ, গোলাম, সেৱক, বাহক, আজ্ঞাৱহ, অনুগত, ক্ৰীতদাস, সহায়ক, নফৰ, পৰিজন, প্ৰেষ্য, শুশ্ৰূষক।

**ভেকুলী** (FROG) ঃ ভেকেলা, ভেক, বেং, অণ্ডুক, কেণ্ডুক, দর্দুৰ, প্লৱ, প্লৱগ, মণ্ডুক, বর্ষাঘোষ, বর্ষাভূ, ব্যাংগ, শালু, শালূৰ, কৃত্যালয়, কোণপিশাচক, কচুৰৱ, বৃষ্টিভূ, বর্ষামদ, অজন্ত।

**ভেজাল** (FORGED) ঃ নকল, নকলি, জাল, কৃত্রিম, অপ্রকৃত, অবিশুদ্ধ, অপমিশ্রিত, অনুকৰণ, অনুকৃতি, কূটাকৰণ।

**ভেদ** (DIFFERENCE) ঃ অন্তৰ, অনৈক্য, অসামাঞ্জস্য, অসাম্য, বিচ্ছেদ, বিভিন্নতা, বিভেদ, বিভাজন, বিচ্ছিন্নতা, বিবাদ, ব্যৱধান, বিৰোধ, বিশেষত্ব, বৈষম্য, পার্থক্য, পৃথকতা, প্রভেদ, পৃথকত্ব, ৰহস্য, ভিন্নতা, ভেদভাব, মতান্তৰ, ছিদ্র।

**ভেৰা** (SHEEP) ঃ ভেড়া, মেষ, মেৰছাগ, উৰভ্ৰ, গড্ডল, অবিলা, উৰণী, উৰা, অড়কা, কুৰৰী, দলকিনী, মেষী, ৰুজা, উৰ্ণায়ু, মেঢ়ৰক, মেষ্ঠক, ৰোমশ, বৃষ্ণি, সংকাল, ভেড়।

**ভেলেকি** (MAGIC) ঃ যাদুবিদ্যা, ইন্দ্ৰজাল, মায়া, যাদু, ভোজবাজি, মন্ত্ৰত, কুহক, ছল, প্ৰতাৰণা, অভিচাৰ, মোহন।

**ভোক** (HUNGER) ঃ হুতাহ, খঁক, লোভ, হেঁপাহ, হাবিয়াস, ক্ষুধা, বুভুক্ষা, বুভুক্ষু, ভোজনেচ্ছা, জঠৰাগ্নি, জিঘৎসু, ক্ষুধালু।

**ভোমোৰা** (HUNGER-BEE) ঃ ভ্ৰমৰ, অলি, মধুপ, ভৃংগ, ভ্ৰমৰক, চঞ্চৰীক, চঞ্চৰী, ৰোলম্ব, অলিপক, অলিম্পিক, দ্বিৰেফ, ইন্দিদিৰ, ছেক, পুষ্পালিক্ষ, পুষ্পলোলুপ, ভসন, ভৃংগাণ, মধু, ভসল।

**ভ্ৰম** (ERROR) ঃ ভ্ৰান্তি, ভুল, বিস্মৰণ, দোষ, প্ৰমাদ, স্খলন, মতিভ্ৰংশ, অপৰাধ, উন্মাৰ্গ, পাপ, ব্যভিচাৰ।

**ভ্ৰমণ** (JOURNEY) ঃ পৰ্য্যটন, পৰিক্ৰমণ, পৰিক্ৰমা, প্ৰদক্ষিণ, পৰিব্ৰজ্যা, প্ৰবাস, প্ৰযান, অভিযান, অভিসাৰ, চলন, গমন, যাত্ৰা, বিচৰণ, যাতায়াত, বিহাৰ, বিহৰণ।

**ভ্ৰষ্ট** (CORRUPTED) ঃ চ্যুত, পতিত, বিচ্যুত, স্খলিত, দোষমুক্ত, দুশ্চৰিত্ৰ, নষ্ট, নিৰৰ্থক, নিষ্ফল, দুষিত, কলুষিত, দুৰ্বৃত্ত।

**ভ্ৰাতৃ** (BROTHER) ঃ ভাই, সহোদৰ, সোদৰ, সোদৰ্য, সগৰ্ভ, ভ্ৰাতা, একোদৰ, একজ, সহজ, অনুজ, অগ্ৰজ, জ্যেষ্ঠ, কনিষ্ঠ, দাদা, ককাই, সৰু ভাই,

ডাঙৰ ভাই, মাজু ভাই, পূৰোজন্মা, অনুজন্মা, পুৰোজাত, অনুজাত।

**ভ্ৰান্তি** (ERROR) ঃ ভ্ৰমপূৰ্ণ, ভ্ৰম, ভ্ৰমযুক্ত, ভ্ৰান্তিকৰ ভ্ৰান্তিজনক, ভ্ৰান্তিমূলক, ভ্ৰান্তিমান, বিস্মৃত, পাহৰা, প্ৰমাদ, পাপ, মতিভ্ৰংশ, সদোষ, মিথ্যা, অশুদ্ধ।

**ভ্ৰূণ** (EMBRYO) ঃ গৰ্ভ, গৰ্ভসন্তান, গৰ্ভাৱস্থা, অপৰিণত, অপৈণতাৱস্থা।

## [ ম ]

**মকৰা** (SPIDER) ঃ মৰ্কটক, মৰ্কক, তন্তুনাভ, তন্তুবায়, কৃমি, জালিক, জালকীট, অষ্টপাদ, অষ্টাপদ, লূতা, লূতিকা, উৰ্ণনাভ, উৰ্ণপট, উণবাহি, উৰ্ণায়ু, উৰ্ণবহি।

**মনসা** (MANASHA) ঃ জগদগৌৰী, নাগমাতা, নাগেশ্বৰী, পদ্মাৱতী, পদ্মা, পাদ্মলাঞ্ছনা, বৈষ্ণৱী, বিষহৰা, বিষহৰী, মাৰৈ, সিদ্ধযোগিনী।

**মগজ** (BRAIN) ঃ মগজু, মস্তিস্ক, মজ্জা, মস্তুলুংগক, সাৰ, শাহ, বুদ্ধিবৃত্তি, অলাবু, অস্থিস্নেহ, অস্থিতেজ অন্তৰ্ভাগ।

**মগন** (IMMERSED) ঃ মগ্ন, তন্ময়, নিমজ্জিত, অৱগাহিত, মগ্নতা, ডুবা।

**মংগল** (PROSPERITY) ঃ কল্যাণ, কুশল, উপকাৰ, উন্নতি, উৎকৰ্ষ, শুভ, হিত, পুণ্য, পবিত্ৰ, বিশুদ্ধ, সৌভাগ্য, সমৃদ্ধি, সন্তোষ, সম্পদ, ক্ষেম, অভ্যুদয়, ঋদ্ধি।

**মংগলগ্ৰহ** (MARS) ঃ অংগাৰক, আৰ, আৱনেয়, কৰ্ষক, কুজ, কুজগ্ৰহ, ধৰাসুত, ধৰাত্মজ, প্ৰব্যাল, বৰ্ষাচিঃ, গগনোল্মুক, ভৌম, মহীজ, মহীসুত, ৰুধিৰ, লোহিতাংগ।

**মজা** (PLEASING) ঃ মৌজ, পৰিহাস, কৌতুক, আমোদ, আমোদজনক, আনন্দমগ্নতা, সুখ, সোৱাদ, সুখকৰ, স্বাদ, সুখভোগ, তামাচা, ধেমালি, হৰ্ষপ্ৰদ, ৰম্য, ৰমণীয়, মনোৰম।

**মঞ্চ** (PLATFORM) ঃ বেদী, চাং, পীঠ, মণ্ডপ, পীঠিকা, বেদিকা, ৰঙ্গমঞ্চ।

**মঞ্জৰী** (BUD) ঃ মঞ্জৰি, অঙ্কুৰ, কলি, কৰ, কোৰক, কোশ, কলিকা, কিশলয়, কুঁহিপাত, পল্লৱ, পত্ৰাঙ্কুৰ, মুকুল, গজালি, বেটু।

**মঞ্জু** (LOVELY) ঃ সুন্দৰ, মধুৰ, মনোৰম, মনোজ্ঞ, মঞ্জুল, ৰম্য, কান্ত।

**মঞ্জুৰ** (APPROVAL) ঃ মান্তি, সন্মতি, স্বীকৃত, সন্মতিপ্ৰাপ্ত, গৃহীত, ৰাজি, অনুমতি।

মঠ (TEMPLE) ঃ মন্দিৰ, দ'ল, দেৱালয় বিহাৰ, আশ্ৰম, দেৱতা-যতন।

মণ্ডল (CIRCLE) ঃ চক্ৰ, বেষ্টনী, পৰিধি, মড়ল, সমূহ, সমাজ, গোলক, পৰিধি, সাম্ৰাজ্য, দেশ, সংঘ, বিভাগ,গোল, বৰ্তুল, বৃত্ত, নভঃ, বলয়।

মত (OPINION) ঃ অভিমত, সন্মতি, সিদ্ধান্ত, সমৰ্থন, স্বীকাৰোক্তি, বিশ্বাস, অভিপ্ৰায়, মতবাদ, মন্তব্য, মতভেদ, মতদ্বৈধ, মতামত, বাঞ্ছা, ৰায়, মূল্যায়ণ, ধাৰণা, টিপ্পনী, ব্যাখ্যা, যুক্তি, উপদেশ, পৰামৰ্শ, ভাব, সমৰ্থন।

মতি (MIND) ঃ মন, বুদ্ধি, প্ৰবৃত্তি, ইচ্ছা, আশয়, মনোগতি, মতি-গতি, মতি-ভ্ৰম, স্মৃতি।

মত্ত (MAD) ঃ পগলা, বলীয়া, বিহ্বল, ব্যাকুল, বিভোৰ, বাতুল, মতলীয়া, মাতাল, মদমত্ত, মতিভ্ৰম, মদোৎকট, মদান্ধ্য, ক্ৰুদ্ধ, উন্মত্ত, আত্মহাৰা, অধীৰ, উত্তেজিত, নিচাগ্ৰস্ত, সোন্মাদ, ক্ৰোধান্মত্ত, সংক্ষুব্ধ, সংৰব্ধ, অতিমূৰ্খ।

মদ (WINE) ঃ ফটিকা, সুৰা, মদ্য, লাওপানী, মধু, মদিষ্টা, আপং, মদিৰা, মাৰ্দিক, বাজ, দেৱসৃষ্টা, ছেৰাপ, চেৰাপ, মাল, দাৰু, তাড়ি, মধুলিকা, আসৱ, ইৰা, কল্যা, কাদম্বৰী, কাপিশায়ন, পংকেৰস, মদনী, মাধৱী, বাৰুণী, শীধু, হালা, অৰিষ্ট, কাৰণ, কাৰণবাৰি, গন্দোত্তমা।

মদপী (DRUNKARD) ঃ মদাহী, সুৰা পায়ী, মদমত্ত, মদান্ধ, মদ্যপ, মদ্যাসক্ত, মাতাল, মদালস, মদোদ্ধত, সুৰাপ।

মধুৰ (PLEASANT) ঃ মিঠা, সুমিষ্ট, প্ৰীতিজনক, চাৰু, প্ৰীতিকৰ, মনোহৰ, সুস্বাদু, মিষ্ট, সুন্দৰ, শোভন, ললিত, কান্ত, চাৰু, মনোৰম, ৰমণীয়, সুখকৰ, ৰম্য।

মধ্য (CENTRE) ঃ মাজ, অভ্যন্তৰ, কঁকাল, কেন্দ্ৰ, ভিতৰ, মধ্যম, মধ্যস্থল, মধ্যৱৰ্তী, মধ্যস্থিত, মধ্যভাগ।

মন (MIND) ঃ হৃদয়, চিত্ত, অন্তঃকৰণ, ইচ্ছা, বোধ, স্মৃতি, ,সংকল্প, মতি, হিয়া, দিল্, অন্তৰ্দৃষ্টি, অন্তৰ, অন্তঃস্থল, বিবেক, ধাৰণা, মনস্কাম, মনস্তাপ, মনোদশা, মনোৰথ।

মনস্থ (DESIRE) ঃ মনঃস্থ, অভিপ্ৰায়, ইচ্ছা, বাঞ্ছা, অভিলাস, কামনা, ইপ্সা, স্পৃহা, আকাংক্ষা।

**মনুষ্য** (MAN) ঃ মানুহ, মানৱ, মনুজ, মানুষ, নৰ, মনিচ্, জন, লোক, পুৰুষ, গণ, ব্যক্তি, দ্বিপদ, যুবক, তৰুণ, জোৱান, নহুষ্য, নৃ, পঞ্চজন, প্ৰৌঢ়, নৰপুংগব, নাথ, পতি।

**মন্থন** (CHURN) ঃ ঘোঁটন, আলোড়ন, বিলোড়ন, মথন, খজন, মথনী।

**মন্থৰ** (SLOW) ঃ ধীৰ, লেহেমে, আস্তে, আস্তে-আস্তে, অদ্ৰুত, ধীৰে-ধীৰে, লাহে-লাহে, অলস, শিথিল, ঢিলা, মৃদু, মন্দ, শান্ত, মাঠ, স্থিৰ, গম্ভীৰ, অচপল, জড়, মূঢ়, অশীঘ্ৰ, বিলম্বিত, শ্লথ, অত্বৰ।

**মন্দ** (VILE) ঃ নীচ, অধম, বেয়া, দুষ্ট, অসৎ, বাজে, তুচ্ছ, কুৎসিৎ, কুশ্ৰী, কুৰূপ, কদৰ্য, বিষাক্ত, অপদাৰ্থ, দুৰ্নীতিগ্ৰস্ত, বিষাক্ত, অস্বাস্থ্যকৰ, নিন্দনীয়, পচা, সৰা, গেলা, জঘন্য, পামৰ, অপকৃষ্ট।

**মন্দিৰ** (TEMPLE) ঃ দেৱালয়, দেৱমন্দিৰ, দেৱগৃহ, দেৱায়তন, দেউল, দৌল, দ'ল, দেৱতাযতন।

**মমতা** (AFFECTION) ঃ স্নেহ, মৰম, দয়া, মোহ, মমত্ব, অনুৰাগ, প্ৰেম, বাৎসল্য, সৌহৰ্দ্য, সৌহাৰ্দ্য, সমবেদনা, ব্যথা, বেথা, দৰদ, চেনেহ, আদৰ, প্ৰীতি, আকৰ্ষণ, ভালপোৱা।

**মৰ্ম** (PURPORT) ঃ তাৎপৰ্য, গূঢ়াৰ্থ, সাৰকথা, হৃদয়, ৰহস্য, মন, অন্তৰ, চিত্ত, মৰ্মস্থল, ভাব, অভিযোগ, উদ্দেশ্য, উপলক্ষ্য, আশয়, অৰ্থ।

**ম'ৰা** (PEACOCK) ঃ মৈৰা, ময়ুৰ, ময়ুৰী, ময়ূৰক, মৰূক, মাৰ্জাৰকণ্ঠ, মেঘনাদানুলাসী, মেঘানন্দী, মেনাদ, চন্দ্ৰকী, চিত্ৰপত্ৰক, চিত্ৰপিচ্ছক, চিত্ৰমেখল, কেকী, কেকিক, কেকাবল, কেকালি, কলাপী, নৰ্তনপ্ৰিয়, নীলকণ্ঠী, প্ৰচলাকী, বৰ্হী, বৰ্হিণ, ভুজঙ্গাৰি, শুক্লাপাংগ, যহসানু, গোনাৰ্দ, শিখাবল, শিখণ্ডী, শাপঠিক, সিতাপাংগ, সৰ্পহিংসক।

**মৰীচিকা** (MIRAGE) ঃ মৰুমায়া, মৃগতৃষ্ণা, মৃগজল, মৃগতৃষা, মৃগতৃষ্ণিকা, আতপোদক।

**মৰুভূমি** (DESERT) ঃ অপ্ৰহত খিল, ইৰক, ইৰিণ, নিৰ্জল, নিৰ্জন, দশেৰক, ধন্ব, মৰু, সৰুস্থলী, মৰুভূ, উষৰ, ধন্বা।

**মল** (EXCREMENT) ঃ বিষ্ঠা, ময়লা, মলি, মল-মূত্ৰ, শৌচ-প্ৰসাৱ, শৌচ, গু, পায়খানা, গোবৰ, গোময়, গেদ, মলিয়ন, আবৰ্জনা।

**মহঙা** (FAMINE) ঃ মহার্ঘ, মহঙ্গা, মৰগ, অভাব, দুর্লভ, দুর্ভিক্ষ, দুষ্কাল, বহুমূল্য, প্ৰযাম।

**মহাশয়** (GENEROUS) ঃ মহোদয়, মহাত্মা, মহামনা, মহানুভৱ, মালিক, হুজুৰ, উদাৰ, ত্যাগী, দানশীল।

**মহাসাগৰ** (OCEAN) ঃ মহাসমুদ্ৰ, মহাসিন্ধু, মহাৰ্ণৱ, মহোদধি, মকৰালয়, মিতদ্ৰু, অকূপাৰ, অপাংপতি, অব্ধি, অৰ্ণৱ, উদধি, উদন্বৎ, উৰ্মিমালী, ইৰাবৎ, ইন্দুজনক, কঞ্চগল, গংগাধৰ, জলধি, তৰন্ত, তিমি, তিমিকোষ, ধৰণীপ্লৱ, পৰংগৱ, পাথোধি, পাৰাবাৰ, পেৰু, ৰত্নাকৰ, বৰুণাবাস, বাংক, বাৰিৰাশি, সমুদ্ৰ, সৰস্বৎ, সৰিৎপতি, সাগৰ, সিন্ধু।

**মা** (MOTHER) ঃ আই, মাই, মাতা, মাও, মাৱ, মাতৃ, জননী, মাতৃকা, প্ৰসৱী, প্ৰসবিনী, জনিতা, জনিত্ৰী, প্ৰসূতি, পোৱাঁতী, গৰ্ভধাৰিণী, ধাত্ৰী, ধাই, অম্বালা, প্ৰসূ, প্ৰজনিকা, সূতিকা, বিমাতা, মাহী, অম্বা, জনিকা, জন্মদাত্ৰী, জনয়িত্ৰী, প্ৰসবিত্ৰী, মাতৃসম, মাতৃযোগ্য, মাতৃস্বসৃ।

**মাংস** (MEAT) ঃ মঙহ, ক্ৰব্য, পিশিত, আমিষ।

**মাখন** (BUTTER) ঃ লৱণু, নৱনীত, নবোদধৃত, ক্ষীৰশৰ, শৰ, শাৰ্কৰ, পীথ, হেয়গবীন, দধিজস্নেহ, তক্ৰজসাৰ, দুগ্ধতালীয়, দুগ্ধাগ্ৰ, সন্তানিকা, ননী, লনী, নৱনী।

**মাগ** (BEGGAR) ঃ মাগন, মগা, মগনীয়া, মগনিয়াৰ, ভিখাৰী, বিক্ষাৰী, খোজনীয়া, মাগনী, দৰিদ্ৰ, প্ৰাৰ্থক, ভিক্ষু, মাৰ্গন, যাচক, বনীপক, বনীয়ক।

**মাছ** (FISH) ঃ মীন, মৎস্য, মৎস, বিসাৰ, বৈসাৰী, শকুলি, অণ্ডজ, আত্মাশী, শম্বৰ, জলপিপ্পক, ঝাষ, পৃথুৰোমা, সংঘচাৰি, স্থিৰজিহ্ব, কন্টকী, শল্কী, শল্কলী।

**মাটি** (SOIL) ঃ মৃৎ, মৃত্তিকা, লোষ্ট্ৰ, বালি, মৃদা, ধূলি, ভু, ভূমি, ভূতল, স্থল, কঙ্কৰ, ভূপৃষ্ঠ, মহিতল, উপল, মৰু, ৰেণু, ৰজ, দোঅংশা, পাংশু, পাংসু, অৱস্কৰ, পৰাগ, চূৰ্ণ, পিষ্টাত, ক্ষেত্ৰ, স্থান, থান, জমি, জমিন

**মাটিকঁঠাল** (PINEAPPLE) ঃ আনাৰস, সফুৰিকঁঠাল, কেতেকীকঁঠাল, অননস।

**মাত্ৰ** (ONLY) ঃ কেৱল, মাথোন, অনন্য, এক, একাকি, পৰ্যন্ত, কিন্তু, অন্ততঃ, কেৱলমাত্ৰ, অল্পমাত্ৰ, ক্ষণমাত্ৰ।

**মাননীয়** (HONOURABLE) ঃ পূজ্য, পূজনীয়, নমস্য, বন্দনীয়, মান্য, মহামান্য, সম্মানীত, সম্মানীয়, সম্মানাই, মানী, বৰণীয়, বৰীয়ান, বৰেণ্য, শ্ৰদ্ধেয়, শ্ৰদ্ধাভাজন, শ্ৰদ্ধাস্পদ, শ্ৰেষ্ঠপদস্থ, অভিজাত, আদৰণীয়, কীৰ্তিকৰ, যশস্কৰ।

**মানা** (PROHIBITION) ঃ নিষেধ, বাধা, বাতিল, বৰ্জিত, ব্যাহত, বাৰিত, বৰ্খাস্ত, নাকচ, নিবাৰিত, ৰহিত, ৰদ, অগ্ৰাহ্য, খাৰিজ, প্ৰত্যাখ্যাত, পতিত, প্ৰতিহত, প্ৰশমিত, প্ৰতিষেধ, দমিত, স্থগিত।

**মানে** (MEANING) ঃ অৰ্থ, তাৎপৰ্য্য, উদ্দেশ্য, অভিপ্ৰায়, ভাব, বিবক্ষা, আশয়, আকুন্ত, ইংগিত।

**মামলা** (LAW-SUIT) ঃ মকৰ্দমা, মোকৰ্দমা, মতান্তৰ, বাদ, বিবাদ, বিসম্বাদ, কলহ, অভিযোগ, আক্ষেপ, গোচৰ, দোষাৰোপ, নালিছ।

**মায়া** (FASCINATION) ঃ প্ৰতাৰণা, ছলনা, ছল, মোহ, মোহন, মমতা, আসক্তি, ভ্ৰান্তি, ভেলেকি, কপট, কপটতা, কুহক, ইন্দ্ৰজাল, যাদু, চিত্তাকৰ্ষণ, অভিচাৰ।

**মাৰফৎ** (THROUGH) ঃ মাৰ্ফত, হতুৱাই, জৰিয়তে, দ্বাৰা, মাধ্যমৰে, জিম্মাৰে, তত্ত্বাৱধানৰে, দায়িত্বৰে, সহায়তাৰে, মধ্যে, নিকটে, সমীপে।

**মাৰ** (BLOW) ঃ আঘাত, অৱসাদ, প্ৰহাৰ, পঞ্চত্ব, প্ৰাণনাশ, মৰণ, মৃত্যু, মাৰণ, বধ, বিলোপ, ধ্বংস, নিৰ্মূল, নাশ, ক্ষয়, উচ্ছেদ।

**মালা** (GARLAND) ঃ হাৰ, মাল্য, শাৰী, শ্ৰেণী, শিখা, শেখৰ, চূড়া, অংকিলি, আপীড়।

**মালিক** (OWNER) ঃ গৰাকী, অধিকাৰী, প্ৰভু, ভূস্বামী, ভৰ্তৃ, শাসনকৰ্ত্তা, চৰকাৰ, অধিপতি, অংশীদাৰ, উত্তৰাধিকাৰী, ভাগী, স্বত্বাধিকাৰী, স্বত্ববান, নাথ, অধিপ, অধীশ।

**মালিচ** (RUBBING) ঃ মৰ্দন, লেপন, ঘঁহন, ঘৰ্ষণ, পিহনি, ঘঁহনি, পিহন, তৈলমৰ্দন, অঙ্গমৰ্দন, সংবাহক।

**মিছা** (FALSE) ঃ মিথ্যা, অশুদ্ধ, আঁসৈ, ফাঁকি, অসত্য, অসাৰ, অৰ্থহীন, অলীক, অবাস্তৱ, অপ্ৰকৃত, অমূলক, অনৃত, অসত্যসন্ধ, নিষ্ফল, নিৰৰ্থক, ফাঁকি, বিকৃত, ভণ্ড, ভিত্তিহীন, কাপটিক।

**মিঠা** (SWEET) ঃ মিষ্ট, মধুৰ, সুমিষ্ট, মাধুৰী, মধুৰিমা, মধুৰতা, মাধুৰ্য্য, মিষ্টতা, মিষ্টান্ন, মিঠাই, মধুল, মঞ্জুল, ৰুচিৰ, স্বাদু, সুগন্ধি, সুৰভি, শুৱলা, প্ৰিয়, সোৱাদ, সুৱদী।

**মিল** (UNION) ঃ ঐক্য, বন্ধুতা, সাদৃশ্য, সমতা, সংযোগ, সন্ধি, সংগম, সংহতি, সাম্য, সাৰূপ্য, ঔপম্য।

**মিলন** (CONTACT) ঃ সংগম, সংযোগ, সম্মিলন, সম্মিলনি, সাক্ষাৎকাৰ, সংমিশ্ৰণ, সম্মেলন, সমাৱেশ, সমাহাৰ, সম্পৰ্ক, সামঞ্জস্য, সংযোজন, সংযোজনা, সম্বন্ধ, সংশ্ৰৱ, সংসক্তি, সহবাস, সন্ধি, আসক্তি, আলিংগন, মিশ্ৰণ, যোগাযোগ, মিল।

**মিলিত** (UNITED) ঃ একত্ৰিত, চামিল, একত্ৰীকৰণ, সমবেত, সংযুক্ত, যুক্ত, সংহত, মিশ্ৰ, সঙ্ঘবদ্ধ, সমন্বিত, সঞ্চিত, সমুপস্থিত, সংগৃহীত, সম্বলিত, যৌথ, অন্তৰ্ভুক্ত, লিপ্ত, নিমজ্জিত, নিযুক্ত, প্ৰযুক্ত, ব্যাপৃত।

**মিশ্ৰণ** (MIXTURE) ঃ মিহল, মিহলি, মিহলা-মিহলি, ভাঁজ, যোগ, সংমিশ্ৰণ, সংশ্লেষ, সংশ্লেষণ, সন্নিপাত, সম্পৰ্ক, সংসৃষ্টি, মিশ্ৰিতদ্ৰব্য।

**মিহি** (DELICATE) ঃ নিমজ, মসৃণ, সূক্ষ্ম, পাতল, মৃদু, কোমল, সম, মঞ্জুল, প্ৰসন্ন, শান্ত, ললিত, সুজন, সুশীল, মৃদুল, সুকুমাৰ, চিকণ, চিকুণ।

**মুক্ত** (LIBERATED) ঃ মুকলি, খোলা, অবাধ, বন্ধনহীন, মেলা, স্বাধীন, প্ৰকাশ্য, প্ৰত্যক্ষ, দ্বিধাহীন, নিঃসংকোচ, খালাচ, স্বাৱলম্বী, আত্মনিৰ্ভৰ, বিমোচিত, স্বতন্ত্ৰ, স্বচ্ছন্দ, আজাদ, স্পষ্ট, অপাবৃত, স্বায়ত্ব।

**মুক্তি** (LIBERATION) ঃ উদ্ধাৰ, পৰিত্ৰাণ, মোক্ষ, নিষ্কৃতি, সদ্‌গতি, বন্ধনমোচন, নিৰ্বান, কৈৱল্য, অৱমোচন, অবন্ধন, মোচন, বিমোচন, নিস্তাৰ, অব্যাহতি, ত্ৰাণ, তাৰণ, পৰিত্ৰাণ, বিমুক্তি, বিমোক্ষ, স্বাধীনতা, ক্ষমা, মাফ্, অপবৰ্গ, মোক্ষণ।

**মুখ** (MOUTH) ঃ মুখমণ্ডল, বদন, আনন, বদনমণ্ডল, আস্য, মুখাকৃতি, মুখাবয়ব, মুখা, মুখবিবৰ, মুখগহ্বৰ, মুখশ্ৰী, তুণ্ড, বক্তুৰ, লপন।

**মুখৰ** (TALKATIVE) ঃ কথকী, বহুবক্কী, অতিভাষী, কটুভাষী, দুৰ্মুখ, বাচাল, বাচাট, বাবদূক, জল্পক, জল্পাক।

**মুখৰিত** (NOISY) ঃ শব্দিত, শব্দায়মান, শব্দপূৰ্ণ, ধ্বনিত, ধ্বনিপূৰ্ণ, প্ৰতিধ্বনিত, বিৰাবী, নিনাদী, ঘোষণ, গম্ভীৰনাদ, মহাস্বৰ।

মুখ্য (CHIEF) ঃ মুখিয়াল, প্ৰধান, অগ্ৰগণ্য, শ্ৰেষ্ঠ, মাক্‌ৰ, প্ৰমুখ, মুৰব্বী, উত্তম, বৰেণ্য, উৎকৃষ্ট, অগ্ৰবৰ্ত্তী, অগ্ৰণী, অগৌণ, অগ্ৰগামী, অগ্ৰজ, অগ্ৰদূত, মুখ্যতঃ, প্ৰধানতঃ, অগ্ৰ্য, বিমোহক, পৰম, পুৰোগামী।

মুগ্ধ (AMAZED) ঃ মোহিত, মত্ত, বশীভূত, বিচূৰ্ত্তি, মোহপ্ৰাপ্ত, বিভোল, বিহ্বল, আনন্দিত, আত্মহাৰা, পুলকিত, উল্লসিত, ৰোমাঞ্চিত, নিবিষ্ট, নিমজ্জিত, অভিভূত, উৎফুল্ল, আহ্লাদিত, আত্মবিস্মৃতি, তন্ময়, বিভোৰ, মোহগ্ৰস্থ, আচ্ছন্ন, আকুল, ব্যাকুল, বিতত, অস্থিৰ।

মুণ্ড (HEAD) ঃ মূৰ, মাথা, মস্তক, মুণ্ডক, মুণ্ডি, মস্তিষ্ক, মগজ, মূৰ্ধা, শিৰ, শীৰ্ষ, শীৰ্ষক, শিখৰ, প্ৰধানাংগ, একাংগ, বুদ্ধি, বৰাংগ, উত্তমাংগ।

মূক (DUMB) ঃ বোবা, আঁকৰা, অবাচ্‌, বাণীহীন, মূকতা, নিঃশব্দতা।

মূৰ্খামি (STUPIDITY) ঃ মূৰ্খামি, মূৰ্খতা, মূৰ্খত্ব, মূঢ়তা, মৌৰ্খ্য, অজ্ঞতা, অবিবেচনা, অবিমৃশ্যকাৰিতা, অদূৰদৰ্শিতা, নিৰ্বোধতা, নিৰ্বুদ্ধিতা।

মূৰ্চ্ছা (FAINT) ঃ অচৈতন্য, অপস্মাৰ, অজ্ঞানতা, অচেতনতা, মূছক'ছ, মূৰ্চ্ছিত, মোহ, সংজ্ঞাহীনতা, সংজ্ঞালোপ, বেহুঁচ, চেতনাবিলুপ্তি।

মূৰ্ত্তি (IMAGE) ঃ আকৃতি, আকাৰ, প্ৰতিমা, প্ৰতিমূৰ্ত্তি, পুতলা, পুত্তলিকা, প্ৰতিকৃতি, প্ৰতিৰূপ, প্ৰতিচ্ছদ, প্ৰতিমান, চেহেৰা, চিত্ৰ, গঢ়, বিগ্ৰহ, ৰূপ, দেহ, খোদনচিহ্ন।

মূল (ORIGINE) ঃ শিপা, শিয়া, আলু, আদি, আদ্য, আদিকাৰণ, আৰম্ভ, উৎস, উৎপত্তি, উদ্ভৱ, উদ্‌গম, মূলধন, প্ৰথম, ভিত্তি, কন্দ।

মূল্য (VALUE) ঃ দাম, দৰ, বেচ, উপযোগিতা, মজুৰি, মাচুল, মূল্যায়ন, মুল্যাংকন, মূল, পাৰিশ্ৰমিক, পাৰিতোষিক, শুল্ক, কৰ, খাজনা, নগদ।

মূল্যবান (VALUABLE) ঃ বহুমূলীয়া, বহুমূল্য, বহুমত, দামী, মহাৰ্ঘ, মৰগ, মান্য, দুষ্প্ৰাপ্যতা।

মৃগ (DEER) ঃ পহু, হৰিণ, শৰ-পহু, কস্তুৰীপহু, কৃষ্ণসাৰমৃগ, চিত্ৰমৃগ, কুৰঙ্গ, মৰুক, ত্ৰণ, ৰুৰু, ৰোহিত।

মৃত (DEAD) ঃ মৰা, মৃতক, প্ৰাণংশূন্য, পৰলোকপ্ৰাপ্ত, পঞ্চতাপ্ৰাপ্ত, প্ৰাণহীন, পৰলোকগত, প্ৰয়াত, প্ৰেত, অপ্ৰচলিত, অন্তেষ্টি, গতপ্ৰাণ, স্বৰ্গীয়, স্বৰ্গগত, স্বৰ্গত, স্তব্ধ, নিহত, নিষ্প্ৰাণ, নিঃস্পন্দ, নিষ্ক্ৰিয়, গত, নিশ্বল, শৱ, বিগত,

বিচেতন, লুপ্ত, হতাহত, ফৌতী, উচ্ছন্ন, নির্জীৱ, জড়, বৈকুণ্ঠগামী, বৈকুণ্ঠীভূত, মৰহুম।

মৃত্যু (DEATH) ঃ মৰণ, মহানিদ্ৰা, মহাপ্ৰয়াণ, মহাপ্ৰস্থান, মহাযাত্ৰা, মুক্তি, মোক্ষ, পৰলোকপ্ৰাপ্তি, পঞ্চতাপ্ৰাপ্তি, প্ৰাণত্যাগ, পঞ্চত্বং, তিৰোভাব, নিধন, অনন্তনিন্দ্ৰা, আয়ুপাত, নাশ, অন্ত, লোপ, জীৱনাৱসান, দেহাৱসান, দেহত্যাগ, দেহপাত, চিৰনিদ্ৰা, চিৰবিদায়, প্ৰলয়, সংহাৰ, নিৰ্বাণ, বিনাশ, বিনিপাত, বিলোপ, শৰীৰপাত, ক্ষয়, ধ্বংস, বধ, অধোগতি, অধঃপতন, বিঘাতমৰণ, লোকান্তৰ।

মৃদু (SLOW) ঃ ধীৰ, কোমল, শান্ত, মিহি, কুমলীয়া, আপঁইতা, নৰম, লঘু, মন্থৰ, মৃদুল, অতীব্ৰ, অনুচ্চ, অপ্ৰখৰ, ক্ষীণ, মৃদুক, সুকুমাৰ, স্নিগ্ধ, মঞ্জুল, অচপল।

মেকুৰী (CAT) ঃ বিড়াল, বিড়ালী, মাৰ্জাৰ, মাৰ্জাৰী, বোন্দা, বুন্দী, জাঁই, হাপা, হেপা, মণ্ডলী, জাহক, পৃষদংশক।

মেঘ (CLOUD) ঃ ডাৱৰ, জলধৰ, জলদ, জীমূত, পৰ্জন্য, অভ্ৰ, ঘন, তোয়ধৰ, অম্বুবাহ, অম্বুবাহী, বাদল, বলাহক, বাৰিবাহ, বাৰিদ, বাতধ্বজ, বাতৰথ, পয়োধৰ, পয়োদ, বাৰিমুক, জলমুক, ধুমিকা, তোয়দ, বায়ুদাৰু, বাৰিমসি, ব্যোমধুম, অম্বুদ, নীৰদ, ঘন, অব্দ, সৰণ্যু, শত্ৰুবাহ, কাদম্বিনী, তড়িৎপতি, তড়িত্বত, ধাৰাধৰ, ধুমযোনি, অৰ্ণোদ, স্তনয়িত্নু, কুহাৰ, বায়ুবাহ, বৰ্ষধৰ, পাথোদ।

মেদ (FAT) ঃ চৰ্বি, মজ্জা, বসা, বপা, পীবৰ, পীন, উত্তমাংশ।

মেধা (INTELLECT) ঃ বোধশক্তি, গুণ, বুদ্ধি, বিজ্ঞতা, বুধা, বিদা, বিদ্, ধী, জ্ঞান, মগজ, মনীষা, মস্তিষ্ক, মানস, মনীষিকা, প্ৰজ্ঞা, প্ৰতিভা, প্ৰজ্ঞাপ্তি, প্ৰতিপদ, অনুভূতি, উপলব্ধি, খ্যাতি, চেতনা, চিত্তি, ধিষণ, সংবিদ, ক্ষমতা।

মেলা (FESTIVAL) ঃ উৎসৱ, পৰ্ব, পূজা, সমাৰোহ, সভা, সম্মিলনী, সমাৱেশ, সমাগম, সংযোগ, সংগম, সমজ্যা, সমাজ, নাট্যাভিনয়, জয়ন্তী, হাট, প্ৰদৰ্শনী, তামাছা, ভাওঁনা, যাত্ৰা।

মেলানি (FAREWELL) ঃ বিদায়, প্ৰস্থান, ছুটী, বিচ্ছেদ, আঁতৰ, পৃথক, নিলগ, দূৰ।

মৈত্ৰী (FRIENDSHIP) ঃ বন্ধুত্ব, মিত্ৰতা, মৈত্ৰ, সখ্য, সৌহাৰ্দ, অন্তৰঙ্গতা, সদ্ভাব, মিত্ৰতা, স্নেহ, সৌহৃদ।

**মোচন** (EMANCIPATION) ঃ বন্ধনমুক্ত, মুক্তি, মুক্তিদান, মোক্ষ, মোক্ষণ, দূৰীকৰণ, বিমোচন, খালাচ।

**মোটা** (THICK) ঃ স্থূল, শকত, ডাঠ, ডাঙৰ, ঢৰীয়া, মাংসল, খহটা, অনিমজ, ফপহুতা, ফপৰা, গাঢ়, নিবিড়, নিসন্ধি, দৃঢ়, একান্ত, ঘন, পীৱন, পীবৰ, পুষ্ট, মেদস্বী, মেদুৰ, পৃথুল, হৃষ্টপুষ্ট, পীন, পেটুৱা, পেটুলা, বহল, ধুমা।

**মোহ** (SWOON) ঃ লোভ, বাসনা, স্নেহ, আকর্ষণ, মুগ্ধতা, ভ্রম, আকাংক্ষা, মূৰ্চ্ছা, সংজ্ঞালোপ, বশীকৰণ, অভিচাৰ, ইন্দ্ৰজাল, চিত্তাকর্ষণ ।

**মৌ** (HONEY) ঃ মধু, মকৰন্দ, মহু, মাক্ষিক, পুষ্পৰস, পুষ্পসাৰ, পুষ্পাসব, সাৰধ।

**মৌ-মাখি** (HONEY-BEE) ঃ মধুকৰ, মধুমক্ষিকা, মধুপ, মধুপায়, মধুজীৱ, মধুলিট, মধুভৃৎ, মধুব্ৰত, মধুকৎ, মধুলেহ, মধুলিহ, মধুলেহী, আৰ্ঘা, পুষ্পকীট, পুষ্পলিহ, সুকাণ্ডী।

**মৌলিক** (ORIGINAL) ঃ মূলসম্বন্ধীয়, মূলীভূত, মৌল, মূলাত্মক, প্ৰধান, প্ৰাথমিক, প্ৰাৰম্ভিক, প্ৰথম, পূৰ্ব, বুনিয়াদী, আদ্য, স্বাভাৱিক, উৎপাদক, অযোগিক, অপূৰ্ব, কল্পক।

**ম্লান** (PALE) ঃ মলিন, মলযুক্ত, ম্ৰিয়মান, নিষ্প্ৰভ, নিৰানন্দ, হীনজ্যোতি, হ্ৰাসপ্ৰাপ্ত, বিমৰ্ষ, বিষণ্ণ, বিবৰ্ণ, বিষাদ, পাণ্ডু, পাণ্ডুৰ, অপ্ৰসন্ন, শোভাহীন।

**ম্লেচ্ছ** (SAVAGE) ঃ অনাৰ্য, অসভ্যজাতি, অসভ্য, অহিন্দু, অশিক্ষিত, অশিষ্ট, অসংস্কৃত, আৰণ্যক, পাপিষ্ঠ, শবৰ, কিৰাত, ক্ৰূৰ, যবন, কদাচাৰী, বন্য, হিংস্ৰ, ক্ৰোধোন্মত্ত, সংৰব্ধ, নৰপশু।

## [ য ]

**যখ** (EVIL-SPIRIT) ঃ যক্ষ, অপদেৱতা, ভূত, পিশাচ, যখিনী, পিশাচিনী, পিশাচী, কুৰূপ, নিষ্ঠুৰ, কদৰ্য, লোভী, কৃপণ।

**যজ্ঞ** (SACRIFICE) ঃ যাগ, যাজন, যাজক, যজি, হোম, হোত্ৰ, মেধ, অধ্বৰ, আহৱ, হৱ, দেৱপূজন, ঋত্বিক, হুতি, ইষ্ট, হৱন, হৱিত্ৰী, আহুতি, ইজ্যা, ইষ্টি, ক্ৰতু, স্তোম, বলি, ত্যাগ, উৎসৰ্জন।

**যতি** (SAGE) ঃ তপস্বী, মুনি, মনীষী, সন্যাসী, সিদ্ধ, সূৰি, যতী, বুধ, পণ্ডিত, প্ৰাজ্ঞ।

যত্ন (ENDEAVOUR) ঃ যতন, চেষ্টা, উদ্যম, সেৱা-শুশ্ৰূষা, লালন-পালন, পৰিশ্ৰম, প্ৰযত্ন, নজৰ, সমাদৰ, সতৰ্কতা, প্ৰয়াস, অধ্যৱসায়, উদ্‌যোগ, মনোযোগ, সাৱধানতা, আদৰ, দেখাশুনা, তদাৰক, ৰক্ষণাবেক্ষণ, তত্বাৱধান।

যত্নবান (DILIGENT) ঃ যত্নশীল, পৰিশ্ৰমী, যঠেষ্ট, যত্নকাৰী, কৰ্মতৎপৰ, মনোযোগী, উদ্যমী, উদ্যোগী, সোৎসাহ।

যথাৰ্থ (GENUINE) ঃ প্ৰকৃত, সঁচা, সত্য, বিধিসন্মত, উপযুক্ত, যথোচিত, যথাবিহিত, বিধানাৰোপ, বিধিবদ্ধ, যথাযথ, যথোপযুক্ত, যথাযোগ্য, সমূচিত, নিৰ্ভুল, বাস্তৱ, ঠিক, অভ্ৰান্ত, সন্দেহাতীত, যুক্তিযুক্ত, গ্ৰহণযোগ্য, গ্ৰহণীয়, সুনিশ্চিত, ন্যায্য, নিশ্চিত, প্ৰশ্নাতীত, প্ৰামাণিক, অকাট্য, অনুৰূপ, যোগ্য, সমীচীন।

যথেষ্ট (ENOUGH, AMPLE) ঃ বহুত, প্ৰভূত, সৰহ, বিপুল, বহুল, প্ৰশস্ত।

যন্ত্ৰ (MACHINE) ঃ কল, যতন, কলকব্জা, যন্ত্ৰপাতি, হাতিয়াৰ, সঁজুলি, আচবাব, সৰঞ্জাম, উপকৰণ, সাধন, সাধিত্ৰ, আহিলাপাতি।

যন্ত্ৰণা (PAIN) ঃ কষ্ট, যাতনা, দেহপীড়া, পীড়া, বেদনা, জ্বালা, ব্যথা, প্ৰদাহ, ক্লেশ, আঘাত, ভঙ্গা, ফুলা, মোচোকা, অস্বস্তি, বৈকল্য, অস্বাচ্ছন্দ্য, অস্থিৰতা, খেদ, বাধা, শোক, আপত্তি, বিপত্তি, দুৰ্গতি, সংকট, ক্লান্তি, শ্ৰান্তি, বিহ্বলতা, উদ্বেগ, শূল, তাপ।

যম (YAMA) ঃ ধৰ্মৰাজ, মৃত্যু, মৰণ, শমন, ধৰ্ম, নৰান্তক, দণ্ডী, দণ্ডপাণি, মহিষবাহন, মহিষধ্বজ, সূৰ্যপুত্ৰ, সূৰ্যতনয়, তপনতনয়, প্ৰজান্তক, কৃতান্ত, কাল, মহাকাল, শ্ৰাদ্ধদেৱ, জন্তুপতি, অন্তক, ৰবিনন্দন, ৰবিতনয়, পাশী, প্ৰোতাধিপ, কালকূষ্ঠ, কালকল্প, দণ্ডধৰ, পিতৃপতি, প্ৰেতৰাজ, শীৰ্ণপাদ, ভীমশাসন, বৈবস্বত, দক্ষিণদিক্‌পাল, শংমন, ঔন্দুবৰ।

যমুনা (YAMUNA) ঃ কালিন্দী, ত্ৰিযামা, সূৰ্যজা।

যৱনিকা (CURTAIN) ঃ আঁৰ-কাপোৰ, আবুৰ, পৰ্দা, অপটী, কাণ্ডপট, তিৰস্কৰিণী, প্ৰতিসাৰা, ব্যৱধান।

যশ (FAME) ঃ যশস্যা, সুনাম, গৌৰৱ, খ্যাতি, কীৰ্ত্তি, সুখ্যাতি, প্ৰসিদ্ধি, প্ৰতিপত্তি, সন্মান, প্ৰতিষ্ঠা, নাম, বিশ্ৰাৱ, বিশ্ৰুতি।

**যশস্বী** (FAMOUS) ঃ খ্যাতিমন্ত, যশস্যাযুক্ত, খ্যাতিসম্পন্ন, নামজাদা, প্ৰখ্যাত, বিখ্যাত, প্ৰথিতযশা, বিশ্ৰুত, প্ৰসিদ্ধ, সমাদৃত, বৰেণ্য, প্ৰতিষ্ঠিত, নামী, খ্যাত, কীৰ্ত্তিমৎ, পুণ্যশ্লোক, প্ৰথিত, যশোধৰ, লব্ধকীৰ্ত্তি, লোকবিশ্ৰুত, সুশংস, যশোধনী, যশস্কাম, যশস্কামী।

**যাতায়াত** (GOING & COMING) ঃ অহা-যোৱা, গমনাগমন, গতাগত, পৰিক্ৰমা, অভিষাৰ, পৰ্য্যটন, ভ্ৰমণ।

**যাত্ৰা** (TRAVELLING) ঃ গমন, ভ্ৰমণ, গতি, স্থানত্যাগ, প্ৰস্থান, বিদায়, অপসাৰণ, পৃষ্ঠভঙ্গ, পৃষ্ঠপ্ৰদৰ্শন।

**যাত্ৰী** (PASSENGER) ঃ পৰ্য্যটক, পৰিব্ৰাজক, পথিক, ভ্ৰমণকাৰী, তীৰ্থযাত্ৰী, তীৰ্থগামী, যাত্ৰাকাৰী, আৰোহী, তীৰ্থসেৱী, তীৰ্থিক, পাদবিক, মাৰ্গিক, পান্থ, সাৰণিক।

**যাদু** (MAGIC) ঃ ইন্দ্ৰজাল, বাজি, ভেলেকি, ভেলেকি-বাজি, মায়া, মোহন, কুহক, ছল, অভিচাৰ।

**যাদুকৰ** (MAGICIAN) ঃ ঐন্দ্ৰজালিক, বাজিকৰ, ভেলেকিবাজ, মায়াকৰ, অভিচাৰী, সৌভিক, মায়াবী, ভোজবিৎ, আহিতুণ্ডিক।

**যান** (VEHICLE) ঃ বাহন, গাড়ী, যানক, ৰথ, শকটিকা, স্যন্দন, প্ৰবহন, আধাৰদ্ৰব্য, চক্ৰযান, স্থলযান, জলযান, ব্যোমযান।

**যুক্ত** (UNITED) ঃ মিলিত, সংলগ্ন, সংযুক্ত, সংবদ্ধ, সংশ্লিষ্ট, সংকলিত, সমন্বিত,সংহত, যোজিত, যুত, লিপ্ত, জড়িত, বেষ্টিত, খচিত, বিজড়িত, একত্ৰ, দ্বয়, যুগল, যৌথ, যোৰা।

**যুক্তি** (ARGUMENT) ঃ হেতু, ন্যায্যতা, কাৰণ, পৰামৰ্শ, মন্ত্ৰণা, মন্ত্ৰ, উপদেশ, যৌক্তিকতা, বিবেচনা, ন্যায়, তৰ্ক, আলাপ, আলোচনা, সংগতি, প্ৰমাণ, সামঞ্জস্য, উপযুক্ততা, তৰ্কবিদ্যা, ন্যায়বিদ্যা।

**যুক্তিযুক্ত** (REASONABLE) ঃ যুক্তিসংগত, যুক্তিসন্মত, যুক্তিকৰ, যুক্তিসিদ্ধ, যৌক্তিক, যুক্ত, যথাৰ্থ, যথাযোগ্য, যোগ্য, উচিত, সদৃশ, ঠিক, বৈধ, প্ৰামাণিক।

**যুক্তিহীন** (UNREASONABLE) ঃ অসংগত, অবাস্তৱ, অন্যায্য, অনুচিত, অসমীচীন, অযৌক্তিক, অন্যায়, অবৈধ, অপ্ৰাসঙ্গিক, অনুপপন্ন, অযোগ্য, অবিবেকী, যুক্তিবিৰুদ্ধ, বেঠিক।

**যুগ** (CATACLYSM) ঃ কাল, সময়, কল্প, অমল, শতাব্দী, শতক, সত্য, ত্রেতা, দ্বাপৰ, কলি, লৌহযুগ, প্রস্তৰযুগ, স্বৰ্ণযুগ, যুগান্তৰ, যুগসন্ধি, যুগান্তৰ, যুগাৱসান, যুগান্ত, মহাপ্লাৱ, পৃথ্বীসংপ্লৱ, লোকক্ৰান্তি।

**যুগল** (PAIR) ঃ যোৰ, এযোৰ, যুগ্ম, যুগ্মক, যঁজা, যমজ, যমক, যুতক, দম্পত্তি, জম্পতী, জায়াপতি, দ্বিতীয়, দ্বিয়, দুই, দ্বন্দ, দুটা, মিথুন, নৰনাৰী।

**যুঁজ** (FIGHT) ঃ যুদ্ধ, ৰণ, সমৰ, সংগ্ৰাম, সমীক, সংঘৰ্ষ, সম্প্ৰহাৰ, সংগৰ, সমিৎ, আক্ৰমণ, আয়োধন, আস্কন্দন, আহব, বিগ্ৰহ, বিৰোধ, কলহ, কলি, জংগ, হতাহতি, মাৰপিট, মৰামৰি, মাৰকিল, মাৰধৰ, সংযুগ, মৃধ, প্ৰঘাত, সংস্ফোট, প্ৰতিদাৰণ, সংমৰ্দ, অভ্যামৰ্দ।

**যুৱক** (YOUNG) ঃ যুৱা, ডেকা, তৰুণ, কিশোৰ, জোৱান, নৱযুৱক, সাবালক, প্ৰাপ্তবয়স্ক, বয়ঃপ্ৰাপ্ত, কুমাৰ, কৌমাৰ, বীৰ্যবৎ।

**যোগ** (MIXTURE) ঃ মিশ্ৰণ, মিলন, সংযোজন, সংশ্লেষণ, সংকলন, সংযোগ, সঞ্চয়ন, সংগম, সম্বন্ধ, সম্পৰ্ক, সন্নিপাত, সাধনা, যোগাযোগ, ভক্তি, ধ্যান, তপস্যা, উপাসনা।

**যোগাৰ** (PREPARATION) ঃ সংগ্ৰহ, উদ্যোগ, আয়োজন, যো-জা, চেষ্টা, উপায়, আহৰণ, চয়ন, সাজসজ্জা, সৰঞ্জাম, উদ্যম, প্ৰস্তুতি, পৰিকল্পনা, ৰচনা, সজ্জীকৰণ, কুৰুংকাৰাং।

**যোগান** (SUPPLY) ঃ সৰবৰাহ, বিতৰণ, প্ৰদান, উপপাদন, সামগ্ৰী, বন্টন, সম্পাদন, প্ৰতিপাদন।

**যোগী** (ASCETIC) ঃ তপস্বী, তাপস, সাধক, সন্যাসী, সিদ্ধপুৰুষ, যোগসাধক, ঋষি, মুনি, ত্ৰিকালজ্ঞ, গুৰু, বাবা, বাবাজী, বানপ্ৰস্থ, বৈৰাগী, বনবাসী, পৰমহংস, যতি, যোগীন্দ্ৰ, যোগাৰূঢ়।

**যোগ্য** (WORTHY) ঃ উপযুক্ত, উপযোগী, উচিত, উৎকৃষ্ট, সমৰ্থ, সুসংগত, নিপুণ, দক্ষ, গুণী, বিজ্ঞ, বহুদৰ্শী, পাৰঙ্গম, পটু, পাৰ্গত, পাৰংগত, পাৰগ, পাৰগত, পূজ্য, মান্য, মাননীয়।

**যোগ্যতা** (FITNESS) ঃ উপযুক্ততা, নিপুণতা, কাৰ্যকুশলতা, কীৰ্ত্তি, পাৰদৰ্শিতা, প্ৰবীণতা, প্ৰভুত্ব, পাত্ৰতা, সাৰ্থকতা, সমৰ্থতা, সামৰ্থ্য, ক্ষমতা, দক্ষতা, বিজ্ঞতা, উপযোগিতা, বহুদৰ্শিতা, বিশিষ্টতা, বল, যশ, ঔচিত্য।

**যোদ্ধা** (WARRIOR) ঃ যুঁজাৰু, যুদ্ধকাৰী, যুদ্ধাৰ্থী, যুধান, যুযুৎসু, যুদ্ধমান, সৈনিক, সৈন্য, সেনা, সেনানায়ক, সৈন্যদল, সৈন্যবাহিনী, স্থলবাহিনী, স্থলসেনা, সেনাচৰ, নৌবাহিনী, বিমানবাহিনী, বায়ুসেনা, পদাতিক, অশ্বাৰোহী, ৰথী, মহাৰথ, মহাৰথী, মহাযোদ্ধা, জোৱান, চিপাহী, ফৌজ, ফৌজদাৰ, পল্টন, ভট, আয়ুধিক।

**যৌথ** (JOINT) ঃ যুটীয়া, যুক্ত, সমূহীয়া, সন্মিলিত, সমবায়, সাৰ্বজনীন, সামুহিক, সংযুক্ত, মিলিত, একেলগে, এজমালি, উমৈহতীয়া, অবিভক্ত।

**যৌৱন** (YOUTH) ঃ যুৱাৱস্থা, যুবাকাল, কযুবাবয়স, যুবসম্প্ৰদায়, যুৱমানস, তাৰুণ্য, তৰুণিমা, বয়ঃপ্ৰাপ্তি, সাবালকত্ব, কুমাৰ, কৌমাৰ, কৌমাৰক।

## [ ৰ ]

**ৰকম** (VARIETY) ঃ প্ৰকাৰ, ধৰণ, বিধ, জাতি, বৰ্গ, ভেদ, ৰীতি, শৈলী, বিধা, বিশেষ, বৈচিত্ৰ্য, নানাবিধত্ব।

**ৰক্ত** (BLOOD) ঃ তেজ, শোণিত, ৰুধিৰ, ৰক্তক, ৰকত, ৰক্তপাত, ৰক্তাভ, ৰক্তিমা, ৰক্তোৎপল, ৰঙা, লোহিত, বিস্ৰ, ৰোক্য, ৰোহিত, ক্ষতজ, প্ৰাণদ, মাংসকৰ।

**ৰং** (FUN) ঃ আমোদ, আনন্দ, আভা, আহ্লাদ, ধেমালি, খেল, কৌতুক, কেলি, ক্ৰীড়া, তামাছা, নৃত্য-গীত, অভিনয়, লীলা, ভঙ্গী, ৰঙ্গ, ৰঙালী, ৰঙিলী, ৰঙিয়াল, ৰং-ঢং, ৰংঘৰ, ৰংমহল।

**ৰচক** (AUTHOR) ঃ লেখক, গ্ৰন্থকাৰ, কৰ্তৃ, প্ৰৱৰ্ত্তক, সম্পাদয়িতৃ, নিৰ্মাতৃ, বিধাতৃ, স্ৰষ্টৃ, ৰচয়িতা, সংকলক।

**ৰচনা** (COMPOSITION) ঃ প্ৰবন্ধ, প্ৰস্তুতকৰণ, নিৰ্মাণ, গঠন, বিৰচন, বিধান, বয়ন, লিখন, অঙ্কন, চিত্ৰণ, উদ্ভাৱন, খোদন, ৰূপদান, সৃষ্টি, ৰূপায়ন, আবিষ্কাৰ, প্ৰস্তুতি, সৃষ্টি, সংকলন।

**ৰজা** (KING) ঃ অধিপতি, অধিপ, অধিৰাজ, অধীশ্বৰ, অধীশ, অধিভূ, অৱনীশ,অৱনীপতি, একজম্য, ঐষতীক, ছত্ৰপতি, চক্ৰপাল, ৰাজ, ৰাজন, ৰাজেশ্বৰ, ৰাজাধিৰাজ, ৰাজেন্দ্ৰ, ৰাজৰাজেশ্বৰ, ৰাজশেখৰ, ৰাজচক্ৰৱৰ্তী, মহাৰাজ, মুকুটধাৰী, মহীশ, দেশপতি, দেশাধিপতি, দণ্ডধৰ, নৃপ, নৃপতি,

নৃপমণি, নৃপবৰ, নৃপাল, নৰপতি, নৰাধিশ, নৰেশ, নৰেন্দ্ৰ, নৰদেৱ, ভূপ, ভূপতি, ভূমীন্দ্ৰ, ভূমিপ, লোকপাল, লোকপালক, প্ৰজাপালক, প্ৰজানাথ, প্ৰজেশ্বৰ, প্ৰজেশ, ক্ষিতীস, ক্ষিতিনাথ, ক্ষিতিপতি, ক্ষিতিপাল, ক্ষৌনীশ।

**ৰটনা** (LIBEL) ঃ নিন্দা, কুৰ্চ্চা, দুৰ্যশ, ঘোষণা, গুজব, প্ৰকাশ, প্ৰসাৰ, প্ৰসাৰণ, প্ৰখ্যাপন, অপবাদ, নিন্দালেখ, নিন্দাবিষয়ীভূত, নিন্দাচিত্ৰ।

**ৰত** (ATTACHED) ঃ অনুৰক্ত, অনুষক্ত, আসক্ত, আক্ৰান্ত, বশীভূত, নিযুক্ত, বশীকৃত, ব্যাপৃত, নিয়োজিত।

**ৰতি** ( COPULATION) ঃ আসক্তি, আলিঙ্গন, আদৰ, মৈথুন, কামভাব, শৃঙ্গাৰ, ৰমণ, প্ৰীতি, সন্তোষ, অনুৰাগ, সুহাগ, সংসৰ্গ, সংগম, সুৰত, সুৰতি, সহবাস, সংযোগ, স্ত্ৰীসংগম, ৰতিক্ৰিয়া, ৰতিশক্তি, ৰতিকৰ্ম, যৌনকৰ্ম, প্ৰণয়, পাৰদাৰ্য্য, পৰশ, মিলন, যৌনতা, কাম, কামেচ্ছা, কামোদ্ৰেক, কামাগ্নি, পৰস্ত্ৰীসংগম, মিধুবন, অগম্যাগমন, বলাৎকাৰ, ধৰ্ষণ, ধৰ্ষ, ভোগ, উপভোগ, কামোনুত্ততা, কামানল, যৌনমিলন, দেহসম্ভোগ, দেহমিলন।

**ৰতিদেৱী** (RATI DEVI) ঃ কামকলা, কামি, কেলিকিলা, ৰাগলতা, শুভাঙ্গী।

**ৰত্ন** (JEWEL) ঃ মণি, মৰকত, মুক্তা, মণিমুক্তাদি, প্ৰবাল, সোণ, ৰূপ, কাঞ্চন, পান্না, ৰজত, স্বৰ্ণ, সুবৰ্ণ, মাণিক্য, হীৰক, হীৰা, বৈদুৰ্য্য, শ্ৰেষ্ঠ, সৰ্বোৎকৃষ্ট, সৰ্বোত্তম।

**ৰদ** (REJECT) ঃ বাতিল, বৰ্জিত, ব্যৰ্থ, অগ্ৰাহ্য, অস্বীকৃত, খাৰিজ, ৰহিত, নাকচ, নষ্ট, নামঞ্জুৰ, প্ৰত্যাহৃত, প্ৰত্যাখ্যান, ৰদী, ৰদ্দী।

**ৰ'দ** (SUN-LIGHT) ঃ সূৰ্য্যকিৰণ, সূৰ্য্যৰশ্মি, সূৰ্যপ্ৰকাশ, ৰৌদ্ৰ, ৰৌদ্ৰালোক, ৰবিকিৰণ, ৰৌদ্ৰৰাগ, ৰ'দালি, সূৰ্যালোক, সৌৰকৰ, ভানুকৰ, মিহিৰকিৰণ, আতপ।

**ৰম্য** (PLEASANT) ঃ ৰমণীয়, মনোৰম, সন্তোষদায়ক, সুন্দৰ, সুখকৰ, উত্তম, আনন্দক, আহ্লাদক, চাৰু, প্ৰিয়, ৰুচিৰ, হৰ্ষপ্ৰদ, ৰম্যপুৰী, ৰম্যৰচনা।

**ৰশ্মি** (SUNBEAM) ঃ পোহৰ, কিৰণ, কান্তি, দীপ্তি, জেউতি, জ্যোতি, প্ৰকাশ, উজ্জ্বল, জ্যোতিৰ্ময়।

**ৰস** (TASTE) ঃ আস্বাদ, সোৱাদ, নিৰ্যাস, আৰক, জুতি, কথ, ক্কাথ, সাৰ, আসব, স্বাদ, স্বাদন, ৰুচি।

**ৰসাল** (JUICY) ঃ ৰসপূৰ্ণ, ৰসযুক্ত, ৰসময়, ৰসঘন, ৰসগৰ্ভ, মুখৰোচক, সৰস, সুস্বাদু, স্বাদু, মিঠা, মিষ্ট, ৰুচিৰ, ৰুচিকৰ, ৰুচ্য, উপাদেয়, উপভোগ্য, প্ৰীতিপদ।

**ৰসিক** (HUMOUROUS) ঃ কৌতুকপ্ৰিয়, ধেমেলীয়া, ৰসজ্ঞ, ৰসগ্ৰাহী, ৰসপ্ৰিয়, ৰসালাপী, হাস্যকাৰক, হাস্যপ্ৰিয়, স্বাদগ্ৰাহী, বিনোদশীল।

**ৰহস্য** (SECRET) ঃ গোপনীয়, গোপনতা, গূঢ়তা, গুপ্ত, অজ্ঞেয়, দুৰ্বোধ, দুৰূহ, প্ৰহেলিকা, জটিলতা, ঠাট্টা, তামাছা, ধেমালি, বিদ্ৰূপ, পৰিহাস, মস্কৰা।

**ৰক্ষণশীল** (CONSERVATIVE) ঃ প্ৰাচীনপন্থী, পুৰণিকলীয়া, পুৰাতনীয়া, নৈষ্ঠিক, আচাৰনিষ্ঠ, মৌলবাদী, নিয়মানুবৰ্ত্তী, স্থিতিপালক, নূতনদ্বেষী।

**ৰক্ষা** (PROTECTION) ঃ ৰক্ষণ, উদ্ধাৰ, পৰিত্ৰাণ, নিস্তাৰ, ত্ৰাণ, পালন, সংৰক্ষণ, অব্যাহতি, তত্ত্বাৱধান, ৰক্ষণাবেক্ষণ, ৰক্ষক, ৰক্ষাকাৰী, পহৰা।

**ৰাগ** (DESIRE) ঃ অনুৰাগ, আসক্তি, প্ৰেম, স্পৃহা, ৰাপ, ইচ্ছা, ইপ্সা, আকাংক্ষা, কামনা, অভিলাষ।

**ৰাগী** (ANGRY) ঃ খঙাল, ক্ৰোধী, উগ্ৰ, কুপিত, ক্ৰোধোন্মত্ত, ৰোষী, ৰোষান্বিত, ৰোষাবিষ্ট, অগ্নিশৰ্মা, ৰুষ্ট, ক্ৰুদ্ধ, কোপন।

**ৰাজত্ব** (RULE, REIGN) ঃ শাসন, ৰাজ্য, অধিকাৰ, আধিপত্য, ব্যৱস্থা, আদেশ, আজ্ঞা, মৰ্যাদা, সাম্ৰাজ্য, শাসনকাল।

**ৰাজহ** (REVENUE) ঃ ৰাজস্ব, ৰাজকৰ, খাজনা, আগম, আয়, কৰ, শুল্ক।

**ৰাজী** (CONSENT) ঃ সন্মতি, মান্তি, অংগীকাৰ, প্ৰস্তুত, প্ৰতিশ্ৰুতি, স্বীকাৰোক্তি, অনুমতি, স্বীকৃতি, মঞ্জুৰি, স্বীকাৰ।

**ৰাতি** (NIGHT) ঃ নিশা, ৰজনী, যামিনী, বিভাৱৰী, ৰাত্ৰি, ৰাত্ৰ, শৰ্বৰী, ত্ৰিযামা, ক্ষণদা, ক্ষপা, নিশীথ, নিশি, তমিস্ৰা, জ্যোৎস্না, নিশাৰ্দ্ধ, মধ্যৰাত্ৰ, যামাৰ্দ্ধ, যামীৰা, ক্ষণিনী, ক্ষাণী, ধাৰী, বৃতাচী, তমস্বতী, তমস্বিনী, তমামী, তামসী, তুংগী, নিশিতা, অম্বিকা, নিশীথিনী, ভৌতী, যামী, যামৱতী, অসুৰা, যামিকা, ইন্দুকান্তা, যাম্যা, নিঃসম্পাত, ৰক্ষোজননী, নিশীথিনী, শমনী, তাৰকিণী, বাসতেয়ী, বাসুৰা, শতাক্ষী, শত্বৰী, জ্যোতিষ্মতী, জ্যোৎস্নী।

**"ৰাধিকা"** ("RADHIKA") ঃ ৰাধা, শ্ৰীৰাধিকা, শ্ৰীময়ী, ৰাসেশ্বৰী, বৃন্দাবনেশ্বৰী, ব্ৰজেশ্বৰী, ব্ৰজকিশোৰী, ব্ৰজসুন্দৰী, ৰাইকিশোৰী, বৃন্দাবনবিলাসিনী,

বৃষভানুনন্দিনী, বৃষভানুসুতা, বাৰ্ষভানৱী, প্ৰকৃতি, কানুপ্ৰিয়া, কৃষ্ণপ্ৰিয়া, গোপবালা, গোপনন্দিনী।

**"ৰামচন্দ্ৰ"** ("RAMCHANDRA") ঃ ৰঘুকুলনন্দন, ৰঘুকুলতিলক, ৰাম, শ্ৰীৰাম, ৰঘুনাথ, ৰঘুনন্দন, ৰঘুনায়ক, ৰামভদ্ৰ, ৰঘুবৰ, ৰঘুমণি, ৰঘুকুলপতি, ৰাজীৱলোচন, ৰাঘব, ৰাৱনাৰি, জানকীবল্লভ, সীতাকান্ত, সীতাপতি, দাশৰথ, দাশৰথি, দশৰথনন্দন, কপিৰথ, কৌশল্যায়ণ, কৌশল্যানন্দন, কৌশলেয়, কৌশল্যায়নি, পুৰুষোত্তম।

**ৰাষ্ট্ৰ** (KINGDOM) ঃ দেশ, প্ৰদেশ, ৰাজ্য, অঙ্গৰাজ্য, যুক্তৰাজ্য, সাম্ৰাজ্য, যুক্তৰাষ্ট্ৰ, স্বৰাষ্ট্ৰ, স্বৰাজ, স্বদেশ, উপনিবেশ।

**ৰাৱন** (RAVAN) ঃ কুবেৰানুজ, কৈকসেয়, দশমুখ, ৰাক্ষসেশ্বৰ, লঙ্কাপতি।

**ৰাহি** (ÄCCUMULATED) ঃ অৱশিষ্ট, সঞ্চয়, উদ্বৃত্ত, অতিৰিক্ত, সংগ্ৰহ।

**ৰাহু** (RAHU ) ঃ অভ্ৰপিশাচ, কৰন্ধ, গ্ৰহকল্লোল, দৈত্যগ্ৰহ, ভৰণীভূ, বিন্ধুতুদ, শীৰ্ষদেহ, সিংহতিকাসুত, সৈংহিকয়ে, স্বাৰ্ভানু।

**ৰাক্ষস** ( RAKHASA) ঃ পিশাচ, নিশাচৰ, অসুৰ, দানব, দেৱশত্ৰু, দৈতেয়, দৈত্য, দনুজ, দৰ্ব, খমাত্মজ, ক্ৰব্যাদ, কীনাশ, কাপিশেয়, কৰ্বুৰ, আশৰ, আশিৰ, নিকষাত্মজ, নৃচক্ষঃ, নৈঋত, পলপ্ৰিয়, পলাদন, পিশুক, পূৰ্বদেৱ, প্ৰবাহিক, মায়, যাতুধান, ৰক্ষ, ৰাত্ৰিবল, হনুষ, সুৰদ্বিজ।

**ৰিক্ত** (EMPTY) ঃ শুন্য, খালি, উদং, নিঃস্ব, শুদা, অসাৰ, নিৰৰ্থক, ক্ষুধাৰ্ত, অন্নহীন, মন্দবুদ্ধি।

**ৰিষ্ট** (ILL-LUCK) ঃ দুৰ্ভাগ্য, গ্ৰহদোষ, বিপদ, অশুভ, দুৰ্দৈব, মন্দভাগ্য।

**ৰীতি** (CUSTOM) ঃ নিয়ম, প্ৰথা, দস্তুৰ, ক্ৰম, পদ্ধতি, মাৰ্গ, বিধি, ধৰ্ম, প্ৰকৃতি, লক্ষণ, স্বভাব, ৰীতি-নীতি, পৰিপাটী, প্ৰকাৰ, বিধি, শৈলী, ব্যৱহাৰ, অনুসাৰ।

**ৰুচি** (DESIRE) ঃ সোৱাদ, সৌন্দৰ্য, স্পৃহা, স্বাদ, ইচ্ছা, প্ৰবৃত্তি, অনুৰাগ, অভিলাষ, আগ্ৰহ, আসক্তি, আকৰ্ষণ, দীপ্ত, বাঞ্ছা, বুভুক্ষা।

**ৰুদ্ধ** (CONFINED) ঃ বন্ধ, বদ্ধ, বাধা, বন্ধন, বাধাপ্ৰাপ্ত, আবদ্ধ, আটক, প্ৰতিবন্ধক, প্ৰতিহত, গতিবিধি, ৰোধ, ৰোধ্য, ৰোধন, নিয়ন্ত্ৰণ, নিৰোধ।

**ৰুক্ষ** (ROUGH) ঃ খহটা, কৰ্কশ, কঠিন, কঠোৰ, অমসৃণ, অসম, অনুৰ্বৰ,

অসমতল, নিৰস, বিষম, নিষ্ঠুৰ, নিৰ্জ্জল, নীৰস, ৰসহীন, প্ৰচণ্ড, ঘন, শুষ্ক, শুকান, উগ্ৰ, তীব্ৰ।

**ৰূপ** (SHAPE) ঃ আকাৰ, আকৃতি, অৱস্থা, মূৰ্ত্তি, গঢ়, সৌন্দৰ্য, স্বভাব, শৰীৰ, শোভা, শ্ৰী, প্ৰকাৰ, বৰ্ণ, বৰণ, চেহেৰা, ধৰণ।

**ৰোগ** (DISEASE) ঃ অসুখ, অসুস্থতা, অস্বাস্থ্য, বেমাৰ, পীড়া, বিকাৰ, বিকৃতি, ব্যাধি, বীজানু, বিক্ৰিয়া, জ্বৰ, দেহপীড়া, দেহদুঃখ, ৰুগ্নতা, ৰোগান্বিত, মাৰি, মৰক, মহামাৰী, সংক্ৰমণ, মহাব্যাধি, মহাৰোগ্য, স্বাস্থ্যহানি, স্বাস্থ্যভঙ্গ, উপসৰ্গ, উপতাপ, অস্বাস্থ্য, নৰীয়া।

**ৰোজগাৰ** (EARNING) ঃ আৰ্জন, উপাৰ্জন, জীৱিকা, ৰোজকাৰ, ব্যৱসায়, বৃত্তি, পেছা, কাম, বেতন, দৰমহা, পাৰিশ্ৰমিক।

**ৰোল** (UPROAR) ঃ হাইউৰুমি, চিএৰ-বাখৰ, কোলাহল, কোৰ্হাল, তুমুল, সংকুল, সংক্ষোভ, উৎক্ৰোশ।

## [ ল ]

**লগ** (COMPANION) ঃ সংগ, মিলন, যোগ, সংসৰ্গ, আসংগ, সমভিব্যাহাৰ, সাহচৰ্য্য, সহচৰ, সহায়, মিছ, সাইখ, সখ্য, সংগতি।

**লঘু** (INFERIOR) ঃ পাতল, পৰিমিত, হেয়, হীন, হেলেকা, হেলেক, হেলেক-পেলেক, হ্ৰস্ব, মৃদু, মন্থৰ, অল্প, অলপ, অল্পভাৰ, অগুৰু, সামান্য, সোলোক-ঢোলোক, ধীৰ, নীচ, লঘিষ্ঠ, তুচ্ছ, তৰল, ক্ষুদ্ৰ, চঞ্চল।

**লঙ্ঘন** (TRANSGRESSION) ঃ অতিক্ৰম, অগ্ৰাহ্য, অমান্য, অত্যাচাৰ, অপালন, জাংপ, উল্লংঘন, অপৰাধ, ব্যভিচাৰ, পাল।

**লজ্জা** (SHAME) ঃ লাজ, চৰম, সংকোচভাব, দ্বিধা, দুষ্কীৰ্ত্তি, ব্ৰীড়া, দুষ্ঠ, কলংক, সম্ভ্ৰমহীন, মুখলজ্জা, ত্ৰপা, অপত্ৰপা, মন্দাক্ষ, অপত্ৰপণ।

**লব্ধ** (GAINED) ঃ প্ৰাপ্ত, পোৱা, আয়ত্ব, অৰ্জ্জিত, গৃহীত, হাচিল, সম্পন্ন, সফল, প্ৰাপ্তি, ফল, লাভ, বৃদ্ধি, উপচয়।

**লভ্য** (OBSTAINABLE) ঃ প্ৰাপ্য, সুলভ, কাম্য, উচিত, সহজলভ্য।

**লম্পট** (LIBIDINOUS) ঃ কামুক, নট, নটবৰ, কামাতুৰ, দুশ্চৰিত্ৰবান, চৰিত্ৰহীন,

ব্যভিচাৰ, বহুস্ত্রীগামী, ব্যলীক, ভোগাসক্ত, মদাবহ, তাৰল, ৰতেচ্ছুক, ৰতার্থী, পাৰদাৰিক, স্মাৰাতুৰ।

লম্বা (LONG) ঃ দীঘল, দীর্ঘ, দীর্ঘকাৰ, দীর্ঘকায়, সুদীর্ঘ, উচ্চ, বিস্তৃত, অধিক, লম্ব, আয়ত, প্রভূত, বিশাল, বিপুল, ব্যাপক, উন্নত, প্রাংশু।

ললনা (WOMAN) ঃ তিৰোতা, নাৰী, অঙ্গনা, অবলা, প্রমদা, পত্নী, প্রিয়া, পাণিগৃহিতী, পতিব্রতা, মহিলা, বধূ, বনিতা, বশা, বামা, সীমন্তিনী, সুন্দৰী, সতী, সাধ্বী, সহচৰী, সহধর্মিণী, সধর্মচাৰিণী, কুটুম্বিনী।

ললাট (LUCK) ঃ কপাল, ভাগ্য, দশা, অদৃষ্ট, দিষ্ট, দৈব, নিয়তি, বিধি, প্রাক্তন, ভাগধেয়, ভবিতব্যতা, সুদৈব, সৌভাগ্য, যদৃচ্ছা।

ললিত (BEAUTIFUL) ঃ সুন্দৰ, মনোহৰ, ললিত, চাৰু, মনোৰম, কমনীয়, কোমল, মধুৰ, মঞ্জুল, ৰমণীয়, ৰম্য, সুভগ, সুৰূপ, সুষম, কান্ত, হৃদ্য, মৃদুল, স্নিগ্ধ।

লক্ষণ (SYMPTOM) ঃ চিন, চিহ্ন, স্বভাব, সূচনা, সংকেত, স্বৰূপ, সম্ভাৱনা, সম্ভাব্যতা, সংজ্ঞা, প্রকৃতি, পূর্বাভাস, পূর্বানুমান, অনুমান, আভাষ, অৱস্থা, নিদর্শন, নমুনা, পৰিচয়, বিশিষ্টতা, লক্ষার্থ, ইঙ্গিত।

লক্ষ্মণ (LAKKHMAN) ঃ সুমিত্রানন্দন, সৌমিত্র, সৌমিত্রি, ৰামানুজ।

লক্ষ্মী (LAKSHMI) ঃ ইন্দিৰা, কমলা, কৰীষিণী, অব্ধিজা, ক্ষীৰোদতনয়া, চঞ্চলা, নাৰআয়নী, পদ্মা, পদ্মালয়া, পদ্মাৱতী, পিংগলা, পিম্পিলা, ভাগৰী, মা, ৰমা, লোকমাতৃ, বৃষাকপায়ী, শ্রী, হৰিপ্রিয়া, হীৰা।

লক্ষ্য (OBJECTIVE) ঃ উদ্দেশ্য, দৃষ্টি, নজৰ, অনুমান, সংকল্প, নিচান, হেতু।

লাঞ্ছনা (ABUSE) ঃ নিন্দা, তিৰস্কাৰ, গালি, অপমান, অপবাদ, অপভাষা, অপকীর্তি, অপযশ, ভর্ৎসনা, নিগ্রহ, গঞ্জনা, মানহানি, কুৎসা, কলঙ্ক, দুৰুপয়োগ।

লাঠি (STICK) ঃ লাঠী, খুটি, টাঙোন, টোকোন, ডাং, দণ্ড, যাঠি, যষ্টিকা, পল, শূল, শেল, যষ্টি, মাৰি, বাৰি।

লালসা (GREED) ঃ লোভ, লালচ, লোলুপ, লালচী, লুভীয়া, লোলুপতা, লুব্ধ, স্পৃহা, কামনা, অভীচ্ছা, অভিলাষ, অভিলাষক, আকাংক্ষা, বাঞ্ছা, বাসনা, বীপ্সা, ঈপ্সা, তৃষা, মনোবাঞ্ছা, গৃধ্নু।

**লাৱণ্য** (BEAUTY) ঃ কান্তি, কমনীয়তা, সৌন্দর্য্য, সুষমা, সুন্দৰতা, শোভা, লালিত্য, ৰূপ, মাধুৰী, মাধুর্য্য, মধুৰতা, মনোহৰতা, শ্ৰী, আকৃতি, দেহশ্ৰী, তনুশ্ৰী, ৰম্যতা।

**লিঙ্গ** (PENIS) ঃ পুৰুষাঙ্গ, গুপ্তাঙ্গ, উত্তমাঙ্গ, উপস্থ, শিশ্ন, জননেন্দ্ৰিয়, পুৰুষেন্দ্ৰিয়, মদনাংকুশ, মেহন, মেঢ্ৰ, কোশ, শঙ্কু।

**লিপি** (SCRIPT) ঃ আখৰ, অক্ষৰ, বৰ্ণ, বৰ্ণমালা, হৰফ্, ফলা, যুক্তাক্ষৰ, যুগ্মাক্ষৰ, সংযুক্তাক্ষৰ, মুদ্ৰাক্ষৰ, শিলালিপি, হস্তলিপি, হস্তাক্ষৰ, স্বৰবৰ্ণ, ব্যঞ্জনবৰ্ণ, লেখ, লেখা, লিখন, মাত্ৰা।

**লিপ্ত** (CONNECTED) ঃ সংযুক্ত, সংসৰ্গ, সংলগ্ন, সংবদ্ধ, সংশ্লিষ্ট, জড়িত, ব্যাপৃত, যুক্ত, অবিচ্ছিন্ন।

**লীন** (MELTED) ঃ মিলিত, একীভূত, লয়প্ৰাপ্ত, দ্ৰবীভূ।

**লীলা** (PLAY) ঃ ক্ৰীড়া, বিলাস, কেলি, লীলাময়, লীলাখেলা, ক্ৰিয়াকলাপ, মানবলীলা, খেল, খেলা, কৌতুক, ৰসিকতা, পৰিহাস, প্ৰমোদ, কাৰ্য্যকলাপ, ৰঞ্জন, বিনোদ, বিহাৰ, নাটক।

**লুপ্ত** (DISAPPEARED) ঃ বিলীন, বিনষ্ট, বিলুপ্ত, বিনাশিত, বিনাশী, বিধ্বস্ত, বিলীয়মান, ধ্বস্ত, অদৃশ্য, অন্তৰ্হিত, অৱলুপ্ত, অনিত্য, অন্তৰ্ধান, লোপপ্ৰাপ্ত, লীন, লোপ, লয়, নিশ্চিহ্ন, ভগ্ন, ভঙ্গা, নষ্ট, নিৰ্মূল, উচ্ছন্ন, পণ্ড, চ্যুত, চূৰ্ণ, চুৰমাৰ, তিৰোধান।

**লেখক** (WRITER) ঃ ৰচক, গ্ৰন্থকাৰ, লেখাৰু, লিখোঁতা, লিপিকাৰ, ৰচয়িতা, ৰচনাকাৰী, প্ৰণেতা, প্ৰবন্ধকাৰ, প্ৰাবন্ধিক, প্ৰৱৰ্ত্তক, শাস্ত্ৰকাৰ, নাট্যকাৰ, নিবন্ধকাৰ, নকলনবিছ, মহৰী, প্ৰৱৰ্ত্তক, গ্ৰন্থকৰ্ত্তা, সাংবাদিক, কথাকাৰ, গীতিকাৰ, উপন্যাসকাৰ, ঔপন্যাসিক, সমালোচক।

**লেখনী** (PEN) ঃ কাপ, তুলিকা, কলম, লেখন, তুলি, তুলী, বৰ্ণিকা, বৰ্তিকা, শলাকা, শোধনী, মাৰ্জনী।

**লেখা** (WRITING) ঃ চিঠি, ৰচনা, পাণ্ডুলিপি, ফলক, হস্তাক্ষৰ, অঙ্গীকাৰ পত্ৰ, লিপি, লিপিকা, দিনলিপি, দলিল, পত্ৰ, স্বাক্ষৰ, দস্তখত, চহি, শিলালিপি, তাম্ৰলিপি, শ্ৰুতলিপি, লেখ।

**লেপ** (PLASTER) ঃ প্ৰলেপ, প্ৰলেপন, পালিছ, লেও, লেপন, আলেপ, আলেপন, অনুলেপ, বিলেপন, মলম, সমালম্ভ।

**লোক** (PEOPLE) ঃ মানুহ, মনুষ্য, মৰ্ত্ত্যলোক, জনতা, জনসাধাৰণ, জগৎ, ৰাইজ, প্ৰজা, পৃথিৱী, ভুবন, দেশবাসী, নাগৰিক, ত্ৰিলোক।

**লোভ** (GREED) ঃ লালসা, লিপ্সা, লোলুপতা, লৌল্য, কামনা, বাসনা, উৎসুকতা, উৎকণ্ঠা, স্পৃহা, তৃষ্ণা, প্ৰলোভন, অতিস্পৃহা, গৃধ্যা।

**লৌকিক** (WORLDLY) ঃ পাৰ্থিব, প্ৰচলিত, সামাজিক, ঐতিহ্য, লৌক্য, সাংসাৰিক, ব্যাৱহাৰিক, ইহলোকাসক্ত, লোক-বিষয়ক।

**লৌহ** (IRON) ঃ লো, লোহা, ইস্পাত, অশ্মসাৰ, আয়স, কৃষ্ণায়স, কৃষ্ণামিষ, নিদাগ, তীখা।

## [ শ ]

**শক্ত** (POWERFUL) ঃ বলী, স্থূল, থুলন্তৰ, মেদেলা, মেদা, মেদবহুল, গেৰেহা, বলবান, বলৱন্ত, টান, শক্তিযুক্ত, শকত-আৱত, শক্তিমন্ত, শকত, আটিল, শক্তিশালী, প্ৰবল, সমৰ্থ, কঠিন, কঠোৰ, কৰ্কশ, কষ্টসাধ্য, দৃঢ়, অনমনীয়, অভেদ্য, গেৰেহা, অভঙ্গুৰ, অতৰন্ত, অত্যধিক, অকাট্য, দুৰ্ভেদ্য, দুৰূহ, মোটা, দুৰ্বোধ, দুষ্কৰ, মজবুত, মহৎ, বিশাল।

**শক্তি** (STRENGTH) ঃ বল, সামৰ্থ্য, পৰাক্ৰম, ক্ষমতা, শক্য, শৌৰ্য্য, জোৰ, অধিকাৰ, বীৰ্য্য, দৃঢ়তা, প্ৰাৱল্য, প্ৰভাৱ, আধিপত্য, তেজ, বিক্ৰম, প্ৰতাপ, কাৰ্য্যকৰিতা।

**শংকৰদেৱ** (SHANKARDEVA) ঃ শ্ৰীমন্ত, ডেকাগিৰি, বৰাআতা, শিৰোমণি, ঝগৎগুৰু, জগন্নাথ, গোমস্তা, গংগাধৰ, অধিকাৰী, কল্পতৰু, ভকত, বান্ধৱ।

**শঙ্কা** (DOUBT) ঃ ভয়, সংশয়, আশঙ্কা, অনিশ্চয়তা, সন্দেহ, ত্ৰাস, শঙ্কাশীল।

**শঙ্কিত** (ALARMED) ঃ শঙ্কান্বিত, শঙ্কাকুল, ভীতিগ্ৰস্ত, ভয়প্ৰাপ্ত, শঙ্কনীয়, ত্ৰাসিত।

**শত** (HUNDRED) ঃ এশ, শতক, শতিকা, শতাব্দী, শতধা, শতাংশ, শতকৰা, শতমত, শতায়ু, শতেক, শতাধিক, শতবাৰ্ষিক, শতাব্দ।

**শত্ৰু** (ENEMY) ঃ বৈৰী, বিৰোধী, বিদ্বেষী, শতৰু, শতুৰু, বিদ্ৰোহী, বিপক্ষ, বাদী অৰি, অৰাহি, অহিত, অনিষ্টকাৰী, অমিত্ৰ, পৰিপন্থী, প্ৰতিদ্বন্দী, প্ৰতিপক্ষ, দ্ৰোহী, দ্বেষী, ৰিপু, ফৰিয়াদী, গুচৰীয়া, জিঘাংসক, জিঘাংসু, পাৰগ্ৰামিক, পুৰঞ্জয়, প্ৰত্যৰি, অমিত্ৰ।

**শনি** (SATURN) ঃ ছায়াসুত, ছায়াত্মজ, শনৈশ্চৰ, শনিদেৱ, সূৰ্যপুত্ৰ, পংগু, তপনতনয়, দুষ্টগ্ৰহ, ৰবিতনয়, ৰবিনন্দন, ৰবিপুত্ৰ, বৈৱস্বত, অসিত, কোণ, ক্ৰোড়, খোড়, ছায়াপুত্ৰ, দীৰ্ণোগ, মন্দ, যুগবৰ্তক, ৰবিসুত, সৌৰি, শৌৰি, কূৰদৃশ, সপ্তাৰ্চিঃ।

**শপত** (OATH) ঃ অঙ্গীকাৰ, প্ৰতিজ্ঞা, দোহাই, সংকল্প, নিষেধ, অভিনিবেস, দীক্ষা, ব্ৰত, কিৰা, শপথ, বচন।

**শব্দ** (SOUND) ঃ ধ্বনি, মাত, নাদ, নিনাদ, নিৰ্ঘোষ, নিস্বান, স্বৰ, প্ৰণব, প্ৰতিধ্বনি, আৱাজ, আটাহ, আৰ্তনাদ, স্বনন, স্তনন, ৰণন, বিনদ, ৰোল, ৰৱ, আৰ্তৰাৱ, অনুনাদ, চিঞৰ, চিৎকাৰ, ৰাউচি, ৰাই-কই, ঘোৰ, গৰ্জন, গুঞ্জন, হ্লাদ, প্ৰোদঘোষন, হুংকাৰ, টংকাৰ, হাহাকাৰ, বিলাপ, বিননি, বিনোৱা, বিৰাৱ, বিৰুত, বাদ্যধ্বনি, নিস্বন, মূৰ্ছনা, উৰুলি, শঙ্খধ্বনি, শঙ্খনাদ, ঘণ্টাধ্বনি, কাকলি, কলৰৱ, অনুনাদ।

**শয়ন** (SLEEP) ঃ শয়ান, শোৱন, নিদ্ৰা, নিদ্ৰাৱস্থা, নিদ্ৰা, ৱেশ, নিদ্ৰালুতা, নিদ্, নিষুপ্তি, প্ৰসুপ্তি, সুপ্তি, সুপ্ত।

**শৰ** (ARROW) ঃ কাড়, তীৰ, কাণ্ড, খগ, চিত্ৰপুংখ, চিপাট, পত্ৰী, পষ্যক, বাণ, ভল্লু, মাৰ্গণ, ৰোপণ, বিশিখ, শল্য, ক্ষুৰপ্ৰ, ত্ৰিপুট, সিত, বিকৰ্ষ, তোমৰাস্ত্ৰ, শায়ক।

**শৰণ** (PROTECTION) ঃ আশ্ৰয়, দীক্ষা, দোহাই, ভৰসা, নিৰ্ভৰ, ভাৰসা, আস্থা, সহায়, ৰক্ষন , অৱলম্বন, পালন, ৰক্ষা।

**শৰীৰ** (BODY) ঃ গা, গোত্ৰ, দেহ, কলেৱৰ, কায়া, বপু, বদন, তনু, ইন্দ্ৰিয়ায়তন, দেহপিঞ্জৰ, দেহভৃৎ, ভোগায়তন, স্বাস্থ্য, ৰূপ, অঙ্গ, অৱয়ব, অঙ্গসৌষ্ঠৱ, বিপোষ, কন্ধ, অঙ্গক, তনুৰুচি, অপঘন।

**শৱ** (CORPSE) ঃ শ, শৱ-সাধনা, শৱসৎকাৰ, শ-দাহ, শৱাধাৰ, শৱাসন, শৱযান, শৱৰথ, শৱসংস্কাৰ।

**শাখা** (BRANCH) ঃ ডাল, ঠালঠেঙুলি, বিভাগ, অঙ্গ, অংশ, প্ৰশাখা, বিটপ, উপনদী, উপাঙ্গ।

**শান্ত** (MODEST) ঃ স্থিৰ, ধীৰ, উপশমিত, বিনীত, অশান্তিবিহীন, অনুদ্ধত, অপ্ৰগল্‌ভ, জুৰ, গহীন, শীতল, শাম, শালীন, নিৰুদ্বেগ, নিৰভিমান,

সবিনয়, সংযত, নির্জু, লজ্জাশীল, পৰিমিত।

শান্তি (QUIETNESS) ঃ উপশম, উদ্বেগশূন্যতা, নিবৃত্তি, নিৰুপদ্ৰব, নীৰৱতা, প্ৰশান্তি, প্ৰশমন, প্ৰসন্নতা, কল্যাণ, অৱসান, অবিপ্লৱ, অক্ষোভ, অবিৰোধ, যুদ্ধাৱসান, ধীৰতা, স্বস্তি, স্বাচ্ছন্দ্য, সন্তোষ, আৰাম, মঙ্গল, শুভ, ঐক্য, সখ্য, সন্ধি।

শাপ (CURSE) ঃ শাও, অভিসম্পাত, অভিশাপ, দুৰ্বচন, শপনি, অভিশস্তি, বাগব্ৰজ, অৱক্ৰোশ, অকৰাণ, ভৰ্ৎসনা, অপমান, কটূক্তি, নিন্দা, আক্ৰোশ, শপ্ত, পীড়াবহ, গৰিহা, ছদকা।

শামুক (SHELL) ঃ শম্বুক, কোশ, কোষ, পুট, শিম্বা, কৱচী, খোলকী, জলশুক্তি, পংকমণ্ডুক, অলস, তুন্দপৰিমাৰ্জ।

শাৰীৰিক (BODILY) ঃ কায়িক, দৈহিক, শাৰীৰিক, আংগিক, শৰীৰগন্ত, দেহগত, শাৰীৰ।

শাসক (GOVERNING) ঃ শাসন-কৰ্ত্তা, ৰজা, সম্ৰাট, ভূপতি, নৃপতি, ৰাষ্ট্ৰপতি, প্ৰধানমন্ত্ৰী, ৰাজ্যপাল, মুখ্যমন্ত্ৰী, মন্ত্ৰী, চৰকাৰ, গুৰু, পিতৃ, উপদেষ্টা, পৰিচালক, অধিপতি, অধিকাৰী, হাকিম, সামন্ত।

শাসন (RULE) ঃ বিধি, দমন, আজ্ঞাদেশ, নিয়ম, আদেশপত্ৰ, নিয়মন, পৰিচালন, হস্তক্ষেপ, নিয়ন্ত্ৰণ, নিগ্ৰহ, শৃংখলা, নিষেধ, বাৰণ, বিধান, নিৰ্দেশ, অধিকাৰ, আধিপত্য।

শাস্ত্ৰ (SCRIPTURE) ঃ ধৰ্ম্মগ্ৰন্থ, বেদ, পুৰাণ, স্মৃতি, দৰ্শন, বিধি, নিয়ম, তন্ত্ৰ, বিদ্যা, নিগম, শ্ৰুতি।

শিখৰ (TOP) ঃ শৃংগ, টিং, চূড়া, শ্ৰেষ্ঠ, শীৰ্ষ, শিখা, শিখৰস্থ, উপৰিভাগ, অগ্ৰস্থিত, অগ্ৰণী, শ্ৰেষ্ঠতম, প্ৰমুখ, প্ৰধান, অগ্ৰভাগ, শীৰ্ষদেশ, তুংগ, শীৰ্ষবিন্দু।

শিং (HORN) ঃ কুণিকা, বিষাণ, শৃংগ, চন্দ্ৰশিখা।

শিথিল (LOOSE) ঃ ঢিলা, লেতুসেতু, অদৃঢ়, অনিবিড়, অনবহিত, অনিয়ম, অনিৰ্বন্ধ, অঘন, আবদ্ধ, মুক্ত।

শিৰ (HEAD) ঃ মূৰ, মুণ্ড, শিৰ, মস্তক, শীৰ্ষ, শিখৰ, উত্তমাংগ, মূৰ্ধ, শীৰ্ষক।

শিৰোধাৰ্য্য (OBEY) ঃ মান্য, স্বীকৃত, গৃহীত, পালনীয়, অৱশ্যপালনীয়।

**শিৰোভূষণ** (TURBUN) : টুপি, পাগুৰি, মুকুট, কিৰীটি, মস্তকাবৰণ্য পাগ, শিৰোবেষ্টন, শিৰস্ত্ৰাণ, শীৰ্ষক, শিৰস্ক, খোলক।

**শিলা** (STONE) : প্ৰস্তৰ, পাথৰ, পাষাণ, শিল, মণি, ৰত্ন, অশ্মৰী, মূত্ৰকৃচ্ছ্ৰ, উপল, অশ্ম, দৃষৎ।

**শিল্প** (ART) : কলা, শিল্পবিদ্যা, কৌশল, নিপুণতা, ললিতকলা, কাৰুকাৰ্য্য, কাৰুকৰ্ম, উদ্যোগ, কলাকৌশল, সুকুমাৰ বিদ্যা, শিল্পায়ন, কৰ্মশালা, কাৰখানা।

**শিল্পী** (ARTIST) : কলাকাৰ,কাৰিকৰ, বাদ্যকৰ, ভাস্কৰ, চিত্ৰকৰ, নাট্যকাৰ, সূতাৰ, গায়ক, অভিনেতা, স্থপতি, মিস্ত্ৰি, শিল্পজীৱী, স্ৰষ্টা, নৰ্ত্তক, বাঢ়ৈ, কাঠমিস্ত্ৰি, ৰাজমিস্ত্ৰি, কলাভৃত, বাস্তুবিদ্যা।

**"শিৱ"** ("SIVA") : শুভ, কল্যাণ, মঙ্গল, সমৃদ্ধ, সম্পন্ন, ভদ্ৰ, ঋদ্ধিমৎ, ইশ, ঈশান, ঈশ্বৰ, উগ্ৰ, উমাপতি, একনেত্ৰ, কপৰ্দী, কপালী, কামাৰি, কাল, কালঞ্জৰ, কূটকৃত, কেদাৰ, গঙ্গাধৰ, গিৰিশ, গিৰীশ, গুড়াকেশ, গুহ্যগুৰু, চন্দ্ৰমৌলি, চন্দ্ৰশেখৰ, চৰ্চৰীক, জটাটীৰ, জটাধৰ, জোটিঙ্গ, ত্ৰিপুৰাৰি, ত্ৰিলোচন, ত্ৰ্যম্বক, দশবাহু, দশাব্যয়, দশোত্তম, দৃগায়ুধ, ধূৰ্জটি, নটৰাজ, নন্দিবৰ্দ্ধন, নীলগ্ৰীৱ, নীললোহিত, পৰমেশ্বৰ, পশুপতি, পিঙ্গজট, পাংসুচন্দন, পিনাকী, প্ৰহাস, প্ৰমথনাথ, ভগনেত্ৰঘ্ন, ভগালী, ভদ্ৰেশ, ভৰ্গ, ভৰ্গ্য, ভব, ভালচন্দ্ৰ, ভাললোচন, ভীম, ভূতেশ, ভূমিকায়, ভৈৰৱ, ভৌতিক, মহাকাল, মহাংগ, মহাদেৱ, মন্দৰমণি, মহানট, মহেশ, মিহিৰাণ, মৃগাংককেশৰ, মৃগাংকমৌলি, মৃত্যুঞ্জয়, ৰুদ্ৰ, ৰেৰিহাণ, ৰৈবত, বামদেৱ, বিৰূপাক্ষ, বিষান্তক, বৃষধ্বজ, বীৰেশ্বৰ, বিশ্বনাথ, বিশ্বেশ্বৰ, বহ্নিৰেতাঃ, ব্যোমকেশ, শঙ্কৰ, শম্ভু, শৰ্ব, শশিভূষণ, শিতিকণ্ঠ, শিপিৱিষ্ট, শূলী, শ্ৰীকণ্ঠ, সঞ্জ, স্মৰহৰ, স্থানু, হৰ, হিংগুলেশবৰ।

**শিশিৰ** (WINTER) : নিয়ৰ, হিম, তুষাৰ, শীতঋতু, জাৰকালি, নীহাৰ, বৰফ, হেম, তুহিন, শীতল, অনুষ্ণ, শৌত্য, হৈমন্ত, হৈম, হৈমন্তিক, হৈমল।

**শিষ্ট** (GENTLE) : ভদ্ৰ, নম্ৰ, শান্ত, সন্ত, ধীৰ, সাধু, সৌম্য, সভ্য, মৃদু, সুশীল, মাৰ্জ্জিত, শিষ্টতা, শিষ্টত্ব, শালীন, শিক্ষিত, সংস্কৃত, অনুগ্ৰ, অতীব্ৰ, অভিজাত, কুলীন।

